# কস্তুৰবা গান্ধী

( জীৱনী )



সংগ্ৰাহক—

শ্ৰীমহাদেব শৰ্ম্মা এম, এল, এ

তেজপুৰ, অসম।



বেচ খনে ডেৰ টকা

# = সংগ্ৰাহকৰ নিবেদন =

কস্তুৰবাৰ জীৱন বীৰত্বৰ কথাৰে পৰিপূৰ্ণ। সেই বীৰত্ব শৰীৰ শক্তিৰ নহয়, মনোবলৰ। অলপমানকৈ হলেও এনে জীৱন-কথা সকলোৱে জনা উচিত। কিন্তু তেখেত বৰ নীৰৱ কৰ্ম্মী আছিল, নাম-যশৰ আকাঙ্ক্ষা তেখেতৰ কেতিয়াও নাছিল। তেখেতে জগদ্বৰেণ্য স্বামীৰ আশীৰ্ব্বাদ মাথোন মনে-প্ৰাণে সততে প্ৰাৰ্থনা কৰিছিল। তাতেই তেখেতে আনন্দ পাইছিল আৰু শান্তি পাইছিল। দক্ষিণ আফ্ৰিকাৰ পৰা অহাৰ পিচৰ পৰাই তেখেতে কঠোৰ আশ্ৰম-জীৱন যাপন কৰিছিল। নিজৰ কৰ্ত্তব্য সেৱাভাবে নিষ্ঠাৰে কৰিব লাগে ইয়াকে তেখেতে জানিছিল। তেখেত সকলোৰে 'বা' অৰ্থাৎ মাতৃ আছিল। এয়ে আছিল তেখেতৰ জীৱনৰ বিশেষত্ব। মাতৃৰ পৰিচয় যিমানখিনি পাৰি লবলৈ চেষ্টা কৰিব লাগে। কিন্তু এনে মাতৃৰ পৰিচয় পোৱা টান। দেখনিয়াৰ হবৰ আকাঙ্ক্ষা তেখেতৰ একেবাৰেই নাছিল যে।

কস্তুৰবাই স্বামীৰ লগতে ব্ৰহ্মচৰ্য্যব্ৰত গ্ৰহণ কৰি অকল মনুষ্যত্ব লাভ কৰাই নহয় শাৰীৰিক সম্পদত দুখীয়া হলেও অন্তৰৰ সম্পদ প্ৰচুৰ থকাত তেখেত "দেৱী" নামৰ প্ৰকৃত অধিকাৰিণী

আছিল। তেখেতৰ এই উন্নত ব্যক্তিত্ব কিছু পৰিমাণে বুজিলেও সংসাৰত আমি ধন্য হব পাৰিম।

আমাৰ পৰম সৌভাগ্য যে মহাত্মা গান্ধীয়ে "আত্ম-কথা" আমাক দান কৰিলে। তাতেই কস্তুৰবাৰ বিষয়ে বহুতো কথা আছে। মা'তাজীৰ বিয়োগৰ পাছত তাৰে আলম লৈ দুই-চাৰিখন পুস্তিকা অন্য ভাষাত প্ৰকাশিত হৈছে। তেনে চাৰিখন পুস্তিকা সংগ্ৰহ কৰি এই জীৱন-কথা সঙ্কলন কৰিলোঁ। গতিকে ইয়াৰ আমি সংগ্ৰাহকহে, লিখক নহওঁ। এনে সংগ্ৰহতো যে আমাৰ ত্ৰুটী থকা নাই ডাঠি কোৱা টান। তেখেতৰ বিয়োগ হোৱা এতিয়াও এবছৰ পূৰা হোৱা নাই। আশা কৰোঁ তেখেতৰ বাহুল্য জীৱন-কথা পিচত প্ৰকাশিত হব। তেতিয়াহে আমি পাঠক সকলক 'বা'ৰ জীৱন-কথাৰ বহুল সম্ভেদ দিব পাৰিম।

যি সকলে জাতীয়তাবাদ মানে, দেশৰ স্বাধীনতা লাভৰ কাৰণে যি সকলে যত্ন কৰে, তেনে নৰ-নাৰীয়ে এই জীৱন-কথা পঢ়ি মনত বহুতো বল পাব—প্ৰকৃত পথৰ সন্ধান পাব। কস্তুৰবাৰ সাহস, কৰ্ত্তব্যবুদ্ধি, ধৈৰ্য্য, সহনশীলতা কি অতুলনীয় আছিল! নিয়মানুবৰ্ত্তিতাতো তেখেত অগ্ৰণী আছিল। ভাৰতীয় নাৰীত্বৰ মহিমোজ্জ্বল আদৰ্শ এখেতৰ জীৱনৰ প্ৰতি কাৰ্য্যটিতে ফুটি উঠিছিল। গতিকে এনে পূজনীয় আৰু বৰণীয় জীৱন-কথাৰ লগত আমাৰ দেশবাসীৰ পৰিচয় থকা প্ৰয়োজন।

আমি এই প্ৰয়োজন বোধৰ পৰাই নিজৰ অক্ষমতা আদিলৈ কাণ নকাৰ যেনেতেনে প্ৰকাৰে দেশ-প্ৰেমিক সকলৈ এই জীবন-কথা আগ বঢ়ালোঁ। আশা কৰোঁ মহৎ জীৱনৰ মহিমাই সকলোকে আকৃষ্ট কৰিব, আমাৰ ত্ৰুটিলৈ কোনেও ভ্ৰূক্ষেপ নকৰিব।

গুণগ্ৰাহী ভাৰতে “জাতীয় নিখিল ভাৰত কস্তুৰবা স্মৃতি ভড়াল” স্থাপনলৈ উদ্যোগ কৰি পোনতে ৭৫ লক্ষ টকা তুলিবলৈ দিহা কৰিলে। সেই অনুপাতে ভাৰতৰ বেলেগ বেলেগ প্ৰদেশত টকা তোলাৰ ভাৰ দিয়া হ’ল আৰু ভাৰতৰ বাহিৰৰ গুণগ্ৰাহী সকলোলৈকো সাহায্যৰ বাবে আবেদন জনোৱা হ’ল। মহাত্মা গান্ধীৰ ২ অক্টোবৰত ৭৬ বছৰত পদাৰ্পণ কৰা জন্মদিনত টকাটো উপহাৰ দিবলৈ স্থিৰ হল। সুখৰ কথা, ভাৰতবৰ্ষই কস্তুৰবাৰ প্ৰতি শ্ৰদ্ধাৰ চিনস্বৰূপে ৭৫ লাখৰ ঠাইত প্ৰায় ১ কোটি ২৬ লক্ষ টকা তুলিব পাৰিলে। তোলাৰ বাবে আমাৰ দেশৰো ভাগত টকা পৰিছিল ৫০ হেজাৰ আমাৰ প্ৰাদেশিক কমিটীয়ে ধৰি লৈছিল ৭৫ হেজাৰ তুলিম বুলি ; কিন্তু উঠিল ১ লাখ ৩৬ হেজাৰ টকা, অৰ্থাৎ প্ৰায় দুগুণ। দেশৰ এনে দুৰ্দ্দিনত আৰু কংগ্ৰেছৰ নেতাসকলৰ অধিকাংশই জেলত থকাতো ইমান টকা উঠাত মাতাজী তথা কংগ্ৰেছৰ প্ৰতি আমাৰ মানুহৰ আস্থা থকাৰ পৰিচয়কে দিয়ে। সত্য আৰু অহিংসাত প্ৰতিষ্ঠিত কংগ্ৰেছ ধ্বংস নহয় তাৰ ওপৰত যিমানেই দমন নীতি নচলক।

, বন্দী অৱস্থাত থাকিও এই মহত্মী জীৱনকথাৰ লগত কিছু পৰিমাণে পৰিচিত হবলৈ সৌভাগ্য হোৱাত মনত আনন্দ পাইছোঁ। যি সকল এই পুস্তিকাৰ সংস্পৰ্শলৈ আহিব, সি-বিলাকেও সেই আনন্দৰ ভাগ পাওক। ইয়াকে বাঞ্ছা কৰিলোঁ। ইতি।

বিনীত

তেজপুৰ জেইল } শ্ৰীমহাদেৱ শৰ্ম্মা
৬।১১।৪৪ } সংগ্ৰাহক ।

---

# আগ-কথা

শ্ৰীশ্ৰীচণ্ডীৰ প্ৰাৰ্থনা মন্ত্ৰত আছে—"ভাৰ্য্যাং মনোৰমাং দেহি মনোবৃত্ত্যনুসাৰিণীম্।"—হে ভগবতী, মোৰ মনোবৃত্তিৰ অনুকূল আচৰণকাৰিণী মনোৰমা (সুন্দৰী বা ভক্তিময়ী) ভাৰ্য্যা দিয়া। অৰ্থাৎ মানুহৰ পক্ষে এনে ভাৰ্য্যাই কাম্য—যি স্বামীৰ মনোবৃত্তিৰ অনুসৰণকাৰিণী হয়। এয়ে সতীত্বৰ নিদৰ্শন বা হিন্দুৰ এয়ে সতী নাৰীত্বৰ পক্ষে প্ৰধান সংজ্ঞা। হিন্দুৰ মতে এয়ে নাৰীত্ব আৰু সৌন্দৰ্য্য। হিন্দুয়ে নাৰীৰ সৌন্দৰ্য্যত এই মহিমাই-মনোবৃত্ত্যনুসাৰিণীম্—উপলব্ধি কৰিছিল। এই মহিমা হৃদয়ঙ্গম কৰি পুৰণি কালৰ সীতা-সাবিত্ৰীয়ে আৰু আজিও জয়মতী-কস্তুৰবাইয়ে জগতত নাৰীত্বৰ মহিয়ান্ আদৰ্শ স্থাপন কৰিব পাৰিছে। হিন্দূৰ মতে নাৰীৰ পক্ষে নিজ স্বামীত নিজক হেৰুৱাবলৈ চেষ্টা কৰাই ধৰ্ম্ম। যি যিমানলৈকে নিজ স্বামীত নিজক হেৰুৱাব পাৰিছে সি সিমানলৈকে কৃতকাৰ্য্য হৈছে। স্ত্ৰীয়ে নিজৰ সৰ্ব্বস্ব স্বামীক অৰ্পণ কৰে কাৰণে নিজস্ব একো নাথাকে। গতিকে স্বাভাৱিকতে 'মনোবৃত্ত্যনুসাৰিণীম্' হৈ উঠে। এয়ে সহজ ভাষাৰে পতি-পৰায়ণতা। পতি-পৰায়ণা স্ত্ৰীকে সতী-সাধ্বী বোলা হয়। কস্তুৰবাৰ পতি-পৰায়ণতা নানাভাবে জীৱনৰ প্ৰতি কাৰ্য্যতে ব্যক্ত হৈছে। সেই কাৰণেই কস্তুৰবা আজি সমগ্ৰ জগতৰ

শ্ৰদ্ধাৰ পাত্ৰী হৈ উঠিছে। গোটেই ভাৰতেই নহয়—আফ্ৰিকা, ইউৰোপ, আমেৰিকা প্ৰভৃতি দেশতো কস্তুৰবাৰ প্ৰতি শ্ৰদ্ধাঞ্জলি অৰ্পণ কৰা হৈছে। তেওঁৰ স্মৃতি ৰক্ষাৰ অৰ্থে তাৰ গুণগ্ৰাহী সকলেও মুক্তহস্তে দান কৰিছে। বিশেষতঃ, হিমালয়ৰ পৰা কুমাৰিকা অন্তৰীপলৈকে গোটেই দেশব্যাপী যশোগীতিৰ ধ্বনি উথলি উঠিছে। সেই ধ্বনিৰ লগত আমাৰো ক্ষুদ্ৰ কণ্ঠৰ মিলন সাধন এই পুস্তিকাৰ ঘাই কথা।

কস্তুৰবাৰ জীৱন হিন্দু-নাৰী আদৰ্শৰ মূৰ্ত্ত প্ৰতীক। হিন্দু শাস্ত্ৰকাৰ সকলৰ মতে স্বামীয়েই নাৰীৰ পক্ষে পৰম দেৱতা। এক স্বামীক সেৱাই সতী স্ত্ৰীৰ কৰ্ত্তব্য। অপৰপক্ষে স্বামীৰ পক্ষেও স্ত্ৰীৰ প্ৰতি কৰ্ত্তব্যপৰায়ণ হোৱাৰ নিৰ্দ্দেশ ভুৰি ভুৰি। স্ত্ৰী স্বাধীনতাৰ ধাৰণা প্ৰাচ্য আৰু পাশ্চাত্য দেশত তাৰতম্য আছে। থাকিবৰে কথা, যিহেতু জাতিগত আদৰ্শবাদৰ ওপৰতে সমাজ ব্যৱস্থায়ো নিজৰ ৰূপ বা গঢ় লয়। পাশ্চাত্য দেশৰ বিবাহ প্ৰথা প্ৰাচ্যৰ, বিশেষতঃ হিন্দুৰ বিবাহ প্ৰথাৰ লগত আকাশ-পাতাল প্ৰভেদ। আদৰ্শবাদত যেতিয়া মাথোন উপস্থিত বাস্তৱতাৰ ফালৰ পৰা জীৱনক চোৱা যায় তেতিয়া তাৰ বিধান বা দৃষ্টি-ভঙ্গী, অখণ্ডতাৰ ফালৰ পৰা চাই, জন্মান্তৰীয় সম্বন্ধৰ ফালৰ পৰা চাই কৰা বিধান বা দৃষ্টিভঙ্গীৰ লগত পাৰ্থক্য নহৈ কি হ'ব? প্ৰাচ্যৰ কামনা আত্মাৰ মিলন—কাজেই বিবাহ-বন্ধন অচ্ছেদ্য, পাশ্চাত্যৰ মিলনত পৰকালৰ ধাৰণা নাই, গতিকে

বিচ্ছেদ অনুমোদন কৰে। ইহকালৰ সুবিধা অসুবিধা লৈ আথোন যেতিয়া বিচাৰ কৰা হয়, তেতিয়া বিচ্ছেদ অনুমোদন কৰা স্বাভাবিক। প্ৰাচ্যত স্ত্ৰী, স্বামীৰ অধীন—পাশ্চাত্যত তেনে মুখাপেক্ষী নহয়। স্ত্ৰীস্বাধীনতা-সম্পৰ্কেও প্ৰাচ্য আৰু পাশ্চাত্যৰ মত সুকীয়া। হিন্দু সমাজত স্ত্ৰী স্বামীৰ অধীন বুলিলেও স্ত্ৰীৰ মৰ্য্যাদা ৰক্ষা কৰাৰ বিধান পদে পদে। স্ত্ৰীৰ পক্ষেও স্বাধীনতা আবহমান কালৰ পৰা স্বীকাৰ কৰি অহা প্ৰমাণ যথেষ্ট। কিন্তু সমগ্ৰ দেশ যেতিয়া অৱনতিৰ ফালে আছিল, তেতিয়া সকলো সমাজ ব্যৱস্থাতে গ্লানি দেখা দিলে। সেই গ্লানিবোৰ হিন্দু সংস্কৃতি বা সভ্যতা বা সমাজ-বিধান নহয়। জগতৰ পৰিবৰ্ত্তনৰ ফলত হোৱা অপৰিহাৰ্য্য পৰিণাম। সমাজৰ সেই গ্লানিৰ মূলত আঘাত কৰি নতুন পথৰ সন্ধান, নতুন আলোকপাত কৰোঁতা—কুসংস্কাৰপূৰ্ণ সমাজ ব্যৱস্থাৰ পৰিবৰ্ত্তনকাৰী মহাত্মা গান্ধীৰ সহধৰ্ম্মিণী কস্তুৰবাৰ দান কম নহয়। এই ক্ষুদ্ৰ পুস্তিকাত তাৰেই কিছু সন্ধান পাবলৈ চেষ্টা কৰিম। নতুন ব্যৱস্থাৰ ভিতৰত “হৰিজন আন্দোলন” বা অস্পৃশ্যতা বৰ্জ্জন আন্দোলনেই যাই ৰূপ লৈছে। আমি ইয়াত দেখা পাম নিতান্ত গোঁড়া হিন্দু পৰিবাৰৰ মাজত উঠি অহা কস্তুৰবা স্বামীৰ কাৰণে কিমানলৈকে পৰিবৰ্ত্তিতা হৈ উত্তৰ কালত বৰং নিজে সেই আন্দোলনকাৰিণী হৈ উঠিল। প্ৰকৃত পতি-পৰায়ণতাৰ ই এটা মহৎ উদাহৰণস্থল। দক্ষিণ আফ্ৰিকাত থাকোঁতেই কস্তুৰবাই অস্পৃশ্যতা বৰ্জ্জন কৰিবলৈ বাধ্য হৈছিল।

কি ঘটনাত পৰি কস্তুৰবাৰ জীৱন পৰিৱৰ্ত্তিত হৈছিল আমি পিচত তাৰ বৰ্ণনা দিম। স্বামীৰ নিৰ্দ্দেশত কেনেকৈ নিজৰ দৃঢ় অভিমতো পৰিবৰ্ত্তন কৰি লব পৰিছিল ই তাৰেই প্ৰকৃষ্টতম উদাহৰণ। তাৰ বহুত পিচতহে ভাৰতবৰ্ষ অস্পৃশ্যতা বৰ্জ্জন আন্দোলনে কঁপাই তুলিছিল। স্বামীৰ পদাঙ্ক অনুসৰণ কৰি কস্তুৰবাই নিজ ইচ্ছাৰে দক্ষিণ আফ্ৰিকাতে "সত্যাগ্ৰহী" হৈ জেল খাটিছিল। মহাত্মাজীয়ে ফনিক্সত যি আশ্ৰম (কলনি) স্থাপন কৰিছিল, তাতেই আশ্ৰম জীৱনৰ কঠোৰটাত কস্তুৰবা অভ্যস্তা হৈ উঠিছিল। তাতেই মাতাজীয়ে স্বামীৰ ইচ্ছানুযায়ী আনন্দমনে "ব্ৰহ্মচাৰী" জীৱন যাপন কৰিবলৈ সম্মতি দিছিল। মুঠতে দেখা যায় উভয়েই দক্ষিণ আফ্ৰিকাতে নিজ নিজ জীৱনৰ গঠন আৰম্ভ কৰি, ত্যাগী জীৱনৰ সূত্ৰপাত কৰি, ভাৰতলৈ আহি তাকেই ব্যাপক ভাবে প্ৰয়োগ কৰিবলৈ চেষ্টা কৰিছিল। এই চেষ্টাত স্বামী-স্ত্ৰী উভয়ৰে সমান সাধনা আছিল; বৰং মহাত্মাই মুক্তকণ্ঠে স্বীকাৰ কৰিছিল—তেখেতৰ জীৱন গঠনত কস্তুৰবাই যথেষ্ট উৎসাহ, সাহস, ধৈৰ্য্য আৰু বিক্ৰমৰ প্ৰেৰণা যোগাইছিল। "I can no more describe my feelings for Hinduism,"—wrote Mahatma Gandhi, "than for my own wife. She moves me as no other woman in the world can."—মহাত্মা গান্ধীয়ে লিখিছিল —মোৰ হিন্দুধৰ্ম্ম বিষয়ত কেনে ধাৰণা সেইটো প্ৰকাশ কৰিবলৈ সক্ষম হলেও মোৰ নিজ পৰিবাৰৰ কথা ক'ব

নোৱাৰেঁ। 'তেওঁ মোক যিদৰে পৰিচালিত কৰিছিল পৃথিবীৰ আন কোনো তিৰুতা মানুহে নোৱাৰে।'

আত্ম-জীৱনত মহাত্মা গান্ধীয়ে কস্তুৰবা সম্পৰ্কে বহুতো মূল্যবান ইঙ্গিত কৰি গৈছে। সেই বিলাককে অৱলম্বন কৰিহে বৰ্ত্তমানে কস্তুৰবাৰ জীৱনী সম্পৰ্কে ২।৪ খন সৰু সৰু পুস্তিকা প্ৰকাশিত হৈছে। আশা কৰা যায় যে কস্তুৰবাৰ বাহুল্য, বিস্তৃত জীৱনী ইয়াৰ পিচত প্ৰকাশিত হ'ব। যি হওক সেই আত্মজীৱনীত সত্যাশ্ৰয়ী গান্ধীজীয়ে নিজৰ ভুল ক্ৰুটীৰ কথাও প্ৰকাশ কৰিবলৈ কুণ্ঠাবোধ কৰা নাছিল। তাত দেখা যায় মহাত্মাজীয়েও পোনতে সাধাৰণ মানুহৰ দ'ৰে পতিব্ৰতা স্ত্ৰীৰ কৰ্ত্তব্য সম্পৰ্কে ভ্ৰান্ত ধাৰণা পোষণ কৰিছিল। তেওঁ স্ত্ৰীৰ পাতিব্ৰত্য দাবী কৰোঁতে তেওঁক নিজৰ সেৱাদাসী বুলি গ্ৰহণ কৰাত স্বাধীনচেতা কস্তুৰবাৰ লগত সদায় তেওঁৰ লগত খকা খুন্দা লাগি আছিল। কস্তুৰবাই নিজৰ বুদ্ধি, বিবেচনা বিসৰ্জ্জন দিবলৈ সদায় নাৰাজ আছিল। ফলত কালক্ৰমে মহাত্মাই নিজৰ ভ্ৰান্তি বুজিব পাৰিলে। তেওঁৰ চৈতন্য জন্মিল যে মোৰ স্ত্ৰীক নিতান্ত দাসী হিচাবে পাবলৈ আকাঙ্ক্ষাৰ গুৰিতে কাম প্ৰবৃত্তি। এই প্ৰবৃত্তিৰ নিবৃত্তি ঘটিলেহে প্ৰকৃত প্ৰেম জাগ্ৰত হব। তেতিয়াহে নিজ নিজ বিশিষ্টতা বাদ নিদিয়াকৈয়ো প্ৰকৃত আত্মিক মিলন হ'ব পাৰিব। এই বোধ জাগ্ৰত হোৱাৰ পিচৰ পৰাহে মহাত্মাজীয়ে অনুভৱ কৰিলে পৰস্পৰৰ প্ৰতি আত্মিক প্ৰেম-বন্ধন। কস্তুৰবায়ে দৃঢ়চিত্ততাৰে মহাত্মাৰ এই ভ্ৰান্ত ধাৰণা

প্ৰতিৰোধ কৰিব নোৱাৰা হলে আজি বোধ হয় আমি মহাত্মাক মহাত্মাৰূপে নাপালোৱেঁই হেঁতেন। দেৱানৰ লৰা, গান্ধী বিলাসী স্বাৰ্থপৰ হৈয়ে থাকিল হেঁতেন কিজানি! সেইবাবে মহাত্মাৰ যি আত্মিক জাগৰণ তাৰ বাবে দায়ী প্ৰধানতঃ কস্তুৰবা। এই কথা প্ৰসঙ্গক্ৰমে কেইবা ঠাইতো কেইবা ভাবে প্ৰকাশ কৰি গৈছে আত্মকথাত মহাত্মাজীয়ে নিজে।

উত্তৰ কালত মহাত্মা গান্ধীয়ে পাতিব্ৰত্যৰ উদাহৰণ দি কৈছিল—"মোৰ মতে সীতাৰ আদৰ্শ প্ৰকৃত সতী ধৰ্ম্মৰ আদৰ্শ। সীতাই ৰামৰ দাসীৰূপে অনুগমন কৰা নাছিল—তেওঁ সহ-ধৰ্ম্মিণীৰূপে তেওঁক অনুসৰণ কৰিছিল।"—অৰ্থাৎ সীতাই নিজস্ব বিসৰ্জ্জন নিদিও ৰামৰ মনোবৃত্ত্যানুসাৰিণী আছিল। মহাত্মাৰ মতে এয়ে হ'ব লাগে সতী-স্ত্ৰীৰ আদৰ্শ।

কস্তুৰবাৰ চৰিত্ৰৰ ঘাই বিশেষত্ব আছিল নিৰভিমানিতা। তেওঁ চিৰকাল সহজ সৰল ভাৱেই জীৱন যাপন কৰিছিল। নাম-যশৰ আকাঙ্ক্ষা তেওঁ কেতিয়াও কৰা নাই। সততে তেওঁ নীৰৱকৰ্ম্মী আছিল। কৰ্ত্তব্যপৰায়ণতা হিচাবে তেওঁক সততে সকলো কাৰ্য্যতে, সকলো অৱস্থাতে ব্যস্ত দেখা যায়। এই কৰ্ম্মৰ মহিমা প্ৰকাশিত হৈছিল তেওঁৰ সৌন্দৰ্য্যময়ী মাতৃ-হৃদয়ৰ কোমলতাত। অকল আশ্ৰমবাসীয়েই তেওঁক 'বা' বুলি মতা নহয় ( 'বা' শব্দ গুজৰাটী ভাষাত মাতৃ অৰ্থত ব্যৱহৃত হয় )। ব্ৰহ্মচৰ্য্যত দৃঢ়ভাবে প্ৰতিষ্ঠা লাভ কৰাৰ পিচত মহাত্মাজীয়েও আনৰ দৰে তেওঁক "বা" বুলি সম্বোধন

কৰিছিল। অপৰপক্ষে মহাত্মাজীক বহুতে আদৰ কৰি ৰাপুজী বুলি সম্বোধন কৰে। কস্তুৰবায়েও সেইমতে বহুত সময়ত মহাত্মাক 'বাপুজী' বুলিয়েই সম্বোধন কৰিছিল। প্ৰাণৰ কিমান খিনি মিলন হ'লে এনে মধুৰ সম্ভাষণ সম্ভৱ হ'ব পাৰে সহজে বুজিব পাৰি। স্নেহ প্ৰকাশত মাতৃ হিয়াৰ দৰে কোমল হলেও কৰ্ত্তব্য কাৰ্য্যত কস্তুৰবা অতিশয় কঠোৰ আছিল। সবৰমতী আশ্ৰমত কস্তুৰবাই আভ্যন্তৰীন্ শৃঙ্খলা ৰক্ষা কৰাত কঠোৰ হস্তৰ পৰিচয় পোৱা যায়। তথাপি আশ্ৰমৰ সকলোৱেই কস্তুৰবাক নিজ মাতৃ বুলি জ্ঞান নকৰি নোৱাৰিছিল। শাসনৰ কঠোৰতা কোমল হৃদয়ৰ পৰশত পিচ মূহুৰ্ত্ততে গলি যায়।

কস্তুৰবাৰ জীৱন আড়ম্বৰহীন জীৱন। আধুনিকতাৰ একোৱেই তেওঁত নাছিল। তথাপি নিজ চৰিত্ৰ বলত আজি কস্তুৰবা জগতৰ পূজনীয়া আদৰ্শস্থানীয়া। সৰল, নিৰহঙ্কাৰ, পতিপৰায়ণা কস্তুৰবাৰ বিষয়ে মানুহে একো নাজানে—জানিবৰ উপায় নাছিল। মহাত্মা গান্ধীৰ আত্ম-চৰিত প্ৰকাশৰ পিচতো শিক্ষিত লোকেহে তেওঁৰ বিষয়ে এটা ধাৰণা কৰিব পাৰিছিল। কিন্তু সৰ্ব্ব-সাধাৰণে কি জানে? তথাপি কস্তুৰবাই দক্ষিণ আফ্ৰিকাত, চাম্পাৰণত, বৰদৌলিত আৰু ৰাজকোটত যি সকল লোকৰ সংস্পৰ্শলৈ আহিছিল, তেওঁবিলাকে বুজিছিল কস্তুৰবাৰ প্ৰাণৰ মহিয়ান্ উদাৰতা, কৰ্ত্তব্যত নিষ্ঠা আৰু মাতৃ-হৃদয়ৰ কোমল, শান্ত, স্নিগ্ধ পৰশ। তেওঁবিলাকে বুজিছিল—কি অমূল্য বস্তু তেওঁ বিলাকৰ মাজত। হতাশাত উৎসাহ, পীড়নত

সান্ত্বনা, অসহায়ক সহায় দি মাতা কস্তুৰবা করুণাৰ মূৰ্ত্ত প্ৰতীক।

কস্তুৰবাৰ সাহস আৰু ধৈৰ্য্য অতুলনীয় আছিল। তেওঁৰ জীৱনৰ প্ৰতি কথাতে ইয়াৰ প্ৰমাণ পোৱা যায়। পোন প্ৰথমে সাহসৰ পৰিচয় পাওঁ—দক্ষিণ আফ্ৰিকাত 'সত্যাগ্ৰহ' আন্দোলনৰ সময়ত। ভাৰতীয় লোকসকলৰ ওপৰত অমানুষিক ব্যৱহাৰ আৰু পীড়নৰপ্ৰতিবাদ স্বৰূপে মহাত্মাজীয়ে "সত্যাগ্ৰহ" কৰাৰ ফলত তাৰ সৰহভাগ মানুহেই জেলত বন্দী হ'ল। উপযুক্ত কোনো মানুহ বাহিৰত নাই। তেতিয়া কস্তুৰবাই তেওঁৰ কৰ্ত্তব্য সম্মুখত দেখা পালে। ভাৰতীয় ৰমণী সকলক উদগাই এই আন্দোলনত তিৰুতাসকলেও অংশ গ্ৰহণ কৰিব লাগে বুলি আহ্বান কৰিলে। আৰু নিজেও (তেতিয়া তেওঁৰ স্বাস্থ্য সিমান ভাল নথকাতো) 'সত্যাগ্ৰহ' কৰিলে। ফলত তেওঁৰ ফাটেক হ'ল। ফাটেকৰ নিৰ্য্যাতন নীৰৱে তেওঁ সহ্য কৰিলে। তেওঁৰ পিচত বহুতো ভাৰতীয় মহিলাই 'সত্যাগ্ৰহ' কৰাত যোগ দিলে। শেষত যেতিয়া গবৰ্ণমেণ্টৰ লগত আপোচ কৰাৰ ফলত কস্তুৰবাহঁত বন্দীশালাৰ পৰা মুক্ত হ'ল, তেওঁ-বিলাকক আগবঢ়াই আনিবলৈ মহাত্মাজীহঁতো গৈছিল। ক্ষীণ-কায়, সবলা, লাজুকী কস্তুৰবাৰ মিনতিপূৰ্ণ দৃষ্টি গান্ধীজীৰ প্ৰতি। কাৰণ তেওঁৰ বিনানুমতিত কস্তুৰবাই সত্যাগ্ৰহ কৰিছিল। গান্ধীজীয়ে তেওঁৰ কাৰ্য্য সমৰ্থন কৰেন নকৰে গান্ধীজীয়ে তেওঁলোকক বৰং উৎসাহ দিলে। পিচত কস্তুৰবাই

যেতিয়া অনুযোগ কৰিলে নিজ স্বামীক, যে তেখেতে কিয় তেওঁবিলাকক আন্দোলনত যোগ দিবলৈ আহ্বান কৰা নাছিল গান্ধীজীয়ে সহজে উত্তৰ দিলে —"মই অনুৰোধ কৰাৰ ফলত তোমালোক অহাতকৈ নিজ স্বধীন বিবেচনাৰে এনে কাৰ্য্যত যোগ দিয়াহে মই পছন্দ কৰোঁ। আদালতৰ বিচাৰ, জেলৰ কষ্ট সহ্য কৰিব নোৱাৰি যদি তোমালোকে দুৰ্ব্বলতা প্ৰকাশ কৰা হেঁতেন সেইটো বৰ লাজৰ কথা হ'লহেঁতেন। কিন্তু তোমালোকে নিজে মনবান্ধি উপযাচি কষ্ট বৰণ কৰিবলৈ ওলালে এনে ভয় নাথাকে। সেই বাবেহে মই তোমালোকক আহ্বান কৰা নাছিলোঁ।" উত্তৰ শুনি সকলো সন্তুষ্ট হ'ল। গান্ধীজীয়ে আত্ম চৰিতৰ বহুত-ঠাইত লিখিছে তেওঁ কেনেকৈ কস্তুৰবাক নানা কথাত পীড়ন কৰিছিল। কিন্তু সকলো অৱস্থাতে কস্তুৰবাই কেতিয়াও ধৈৰ্য্য হেৰুৱা নাই। অপৰিসীম ধৈৰ্য্যৰ কাৰণে মহাত্মাজীয়ে বহুতো ঠাইত কস্তুৰবাক প্ৰশংসা কৰিছে। জীৱন কথাত তাৰ আভাস আমি সময়ত দেখিম। এই বৰ্ত্তমান আন্দোলনতে ( ১৯৪২ চনৰ আন্দোলন ) কি দেখা পাওঁ। আগদিনা ৰাতি ৪ বজাত মহাত্মাজীক পুলিচে আটক কৰি লৈ গল। কথা আছিল—পিচদিনা শিৱাজী পাৰ্কত মহাত্মাজীয়ে এখন সভাত বক্তৃতা দিব। তেখেতক গ্ৰেপ্তাৰ কৰি নিয়াৰ পিচতে ঘোষণা হ'ল যে সেইখন সভাত কস্তুৰবাই বক্তৃতা দিব। সভাৰ নিৰূপিত সময়ৰ বহুত আগতে পুলিচ কৰ্ম্মচাৰী আহি কস্তুৰবাক প্ৰশ্ন কৰিলে যে শিৱাজী পাৰ্কত যি সভা হ'ব তাত

আপোনাৰ বক্তৃতা দিবৰ কথা আছে। যদিহে তাকে কৰে তেন্তে আমি এতিয়াই আপোনাক গ্রেপ্তাৰ কৰিম, আমাৰ লগত ওৱাৰেণ্ট আছে নতুবা নকৰোঁ। অকুতোভয় কস্তুৰবাই সভাত বক্তৃতা দিম বুলি কোৱাত তেতিয়াই আটক বন্দী হ'ল। কি আড়ম্বৰহীন সাহস! হাঁয়! কালক্রমে এই বন্দী দশাতেই তেওঁ ইহলীলা সম্বৰণ কৰিব তেতিয়া কোনে জানিছিল?

এইদৰে প্রতি কথাত, প্রতি পদে পদে যেনে পতিপৰায়ণতাৰ আদর্শ প্রতীক দেখা যায় আধুনিক যুগত এনে চিত্র বিৰল নিশ্চয়! গতিকে সমগ্র দেশজুৰি তেওঁৰ বিয়োগত যি হাঁহাকাৰ ধ্বনি উঠিছে তাত কপটতা নাই। প্রাণৰ পৰা আপোনা আপুনি ওলোৱা এক কৰুণ বিননি। কিন্তু কস্তুৰবাৰ বিয়োগৰ কৰুণ দৃশ্যৰ অন্তৰালত আমি কি দেখোঁ! দেখোঁ—আদর্শৰ প্রতি ঐকান্তিক নিষ্ঠা, ভাৰতৰ স্বাধীনতাৰ কাৰণে দৃঢ় পণ। সেই পণত স্বামীৰ পদাঙ্ক অনুসৰণ কৰি নিজক সম্পূর্ণৰূপে দান। এই দানত বিলয়তা নাই—ইয়াত পোৱা যায় সমুজ্জ্বলতা —চৰিত্রৰ বিমল জ্যোতি—সহস্র চন্দ্রকিৰণৰ আভা!!

দক্ষিণ আফ্রিকাত যি নাৰী আন্দোলন হৈছিল তাৰ গুৰিতে আছিল—কস্তুৰবা। ইয়াৰ কৃতকার্য্যতা দেখি মহাত্মাজীয়ে ভাৰতীয় আন্দোলনত নাৰী সমাজক যোগ দিবলৈ আহ্বান কৰিছিল। যি সকলে ভাৰতীয় সত্যাগ্রহ আন্দোলনৰ খবৰ জানে সি-বিলাকে নিশ্চয় দেখিছে নাৰী সমাজে কি মূল্যবান দান কৰিছে ইয়াত। তাৰ গুৰিত কস্তুৰবাৰ আদর্শ আৰু

প্ৰেৰণা। কস্তুৰবাৰ ব্যক্তিত্ব ফুটি উঠিছিল আশ্ৰমত সেৱাৰ ভিতৰেদি আৰু বাহিৰত 'সত্যাগ্ৰহী' স্বৰূপে। শান্তিৰ সময়ত আশ্ৰমত আশ্ৰমবাসীক জননীৰূপে সেৱা—নীৰবতা তাৰ সৌন্দৰ্য্য। সেই সৌন্দৰ্য্যকে দেখা পাওঁ আন্দোলনৰ সময়ত স্বামীৰ পদাঙ্ক অনুসৰণ কৰি নীৰৱ কাৰাবৰণত। কস্তুৰবাত এই দৰেই বাহিৰ আৰু ভিতৰত কৰ্ম্মৰ সামঞ্জস্য দেখা যায়। কৰ্ম্মযোগিনী কস্তুৰবাই কৰ্ম্মৰ 'গহণো গতিৰ' মহিমা সম্যক্ উপলব্ধি কৰিব পাৰিছিল। কস্তুৰবাৰ জীৱন সততে কৰ্ম্মময় আছিল। অবিৰাম সেৱাতে তেওঁ শান্তি উপভোগ কৰিছিল।

ধৈৰ্য্যশীলা কস্তুৰবাৰ জীৱন কেতিয়াও সহজ ভাৱে যাপন হোৱা নাছিল। সংসাৰৰ কত ধুমুহা তেওঁৰ মূৰৰ ওপৰেদি পাৰ হৈ গল। জীৱনৰ আৰম্ভতে স্বামীৰ লগত খৰিয়াল কম অশান্তিৰ কথানে ? দুটি সন্তানৰ জননী হোৱাৰ পৰাই জীৱনৰ ওপৰত লোক-কল্যাণৰ কাৰণে কৰা আন্দোলনত যোগদান কম কথা নহয়। তাৰ পিচত তেওঁৰ স্বামীৰ বাৰে বাৰে বিভিন্ন কাৰণত কৰা উপবাস বিলাকত তেওঁৰ শৰীৰ আৰু মনৰ ওপৰত কম ধুমুহা পাৰ হৈছেনে ? তথাপি তেতিয়াও তেওঁ ধৈৰ্য্য হেৰুৱা নাই। ভগবানৰ ওপৰত সম্পূৰ্ণ ভৰসা ৰাখি সদায় নীৰৱে সকলো মনোবেদনা সহ্য কৰি গৈছে। এই ধুমুহা বোৰত নিশ্চল থাকিব পৰাই কস্তুৰবাৰ মহত্ত্ব।

বুদ্ধিৰ প্ৰাখৰ্য্য কস্তুৰবাৰ জীৱনৰ আন এটি বিশেষত্ব। এই বুদ্ধিৰ সহায়েৰে বহুত সময়ত কোনো সমস্যাই দেখা দিলে অতি

সহজে মীমাংসা কৰি দিব পাৰিছিল। এই বিষয়ে এটি উদাহৰণ শ্ৰীযুতা বিজয়লক্ষ্মী পণ্ডিতে মিঃ কে, পি, টমাচে লেখা— "The great little woman of India" নাম দি কস্তুৰবাৰ জীৱনীত পাতনি লিখোঁতে লিখিছে—

"মোৰ বিয়াৰ সময়ত মই কি সাজ পিন্ধিম এই কথা লৈ অলপ মতভেদ দেখা দিলে। মোৰ মাই ইচ্ছা কৰিছিল যে আমাৰ বংশৰ মৰ্য্যাদা ৰক্ষা কৰাৰ দ'ৰে বিয়াত কন্যাই পিন্ধা মূল্যবান সাজ-পোছাক আৰু অলঙ্কাৰ পিন্ধিব লাগে। কিন্তু বাপুজীৰ ইচ্ছা যে খদ্দৰৰ কাপোৰ পিন্ধি ফুলৰ মালা বা তাকে অলঙ্কাৰৰ দৰে পিন্ধিলেই যথেষ্ট হব। মোৰ পিতাই বুদ্ধিমানৰ দৰে এইবোৰ মতভেদৰ বাহিৰত আছিল। মোৰ মা আৰু বাপুজীৰ ভিতৰতে মতভেদ হৈ মনোমালিন্য হবৰে উপক্ৰম! এনেতে "বা" মধ্যস্থা হ'ল। তেওঁ নিজহাতে কটা সূতাৰে বোৱা এখান ধুনীয়া শাৰী বিয়াৰ উপহাৰ স্বৰূপে দান কৰি কলে—'মোৰ ছোৱালীয়ে এই কাপোৰ পিন্ধিয়েই বিয়া হব।" এই দৰেই সেই সমস্যাৰ সমাধান হ'ল। মই মোৰ বিয়াত সেই শাৰীখনকে পিন্ধিলোঁ। মই এতিয়াও সেই শাৰীখন অতি যতন কৰি সাঁচি থৈছোঁ। সি মোৰ অতীত। উজ্জ্বল দিনৰ নিদৰ্শন।"

বহুত সময়ত কস্তুৰবাই এনে সমাধান তেওঁৰ সহজাত বুদ্ধিৰ দ্বাৰাই কৰি দিছিল। এই প্ৰসঙ্গত আন এটি উদাহৰণ ইয়াত দিয়া হ'ল।

দক্ষিণ আফ্রিকাত থাকোঁতে 'মঃ আৰু মিচেচ পোলক মহাত্মাজীৰ সৌহাতৰ দৰে আছিল। মহাত্মাজীৰ বিষয়ে লিখোঁতে মিচেচ পোলকে লিখিছে—"কিছুদিনৰ পিছত মহাত্মাজীয়ে গাখীৰ নাখাওঁ বুলি প্ৰতিজ্ঞা গ্ৰহণ কৰিলে। কিন্তু তেওঁ হঠাতে এটা শলঠেকত পৰিল। তেওঁ টান নৰীয়াত পৰিল। ডাক্তৰ সকলে গাখীৰ খাবলৈ টানি উপদেশ দিলে। গান্ধীজীয়ে নিজৰ প্ৰতিজ্ঞা সুঁৱৰি ডাক্তৰৰ কথালৈ কাণ নিদিলে। কিন্তু তেওঁৰ নৰীয়া ক্ৰমে টানহৈ উঠাত কস্তুৰবা চিন্তিতা হ'ল। তেওঁ এটা উপায় উলিয়ালে। তেওঁ কলে—"বাপুৱে গাখীৰ নাখাওঁ বুলি প্ৰতিজ্ঞা কৰিছে। গাখীৰ বুলিলে আমি সদায় গৰু বা ম'হৰ গাখীৰহে বুজোঁ। গতিকে বাপুৱে যদি ছাগলীৰ গাখীৰ খায় কেতিয়াও প্ৰতিজ্ঞা ভঙ্গ হব নোৱাৰে। ডাক্তৰ সকলে দেখিলে ই বৰ সুন্দৰ সমাধান। তেওঁবিলাকে ছাগলীৰ গাখীৰ খাবলৈ অনুমোদন কৰিলে আৰু গান্ধীজীয়েও ইয়াত আপত্তি নকৰিলে। তেতিয়াৰ পৰাই গান্ধীজীয়ে ছাগলীৰ গাখীৰ খাবলৈ ধৰিলে।

কস্তুৰবা নিজে যেনে কৰ্ত্তব্যপৰায়ণা আছিল তেওঁ আনৰ পৰাও সেই কৰ্ত্তব্যপৰায়ণতা বিচাৰিছিল। কোনোৱে বিমুখ হলে তেওঁ ক্ষমা নকৰিছিল। তথাপি আনসময়ত কস্তুৰবাৰ অন্তৰ আনন্দ ৰসেৰে ভৰপূৰ আছিল। সেই ৰস প্ৰকাশ পাইছিল ধেমেলীয়া কথাৰ মাজেদি। মহাত্মাজীৰ দৰে কস্তুৰবাৰো খুহুতীয়া কথাৰে মানুহক আনন্দ দিব পৰা শক্তি যথেষ্ট আছিল।

নিজেও কোনো কথাৰ তাৎপৰ্য্য অতি সহজে হৃদয়ঙ্গম কৰিব পাৰিছিল। কঠোৰ কৰ্ত্তব্য-পৰায়ণতাৰ লগত অমায়িকতাৰ সামঞ্জস্য কিমান সুন্দৰ।

যি পৰিবেষ্টনীৰ মাজত কস্তুৰবা ডাঙৰ দীঘল হৈছিল তাৰ সংস্কাৰৰ পৰা মুক্ত হোৱা সহজ নহয়। তেওঁ হিন্দু পৰিবাৰৰ যাৱতীয় দোষ-গুণৰ মাজতে ডাঙৰ হৈছিল। আধুনিক ধৰণৰ শিক্ষা তেওঁৰ নাছিল। তথাপি স্বামীৰ আদেশত সমুদ্ৰযাত্ৰা কৰিলে, আধুনিক ধৰণে দক্ষিণ আফ্ৰিকাত থাকোঁতে কিছুদিন চলন-ফিৰণো কৰিলে। আকৌ যেতিয়া তেওঁৰ স্বামীৰ পৰিবৰ্ত্তিত দৃষ্টি-ভঙ্গীত আধুনিকতাৰ মোহ পৰিহাৰ কৰিলে তেতিয়া আকৌ সেই পূৰ্ব্বৰ চলন-ফিৰণলৈ ঘূৰি আহিল। সেয়ে নহয় আশ্ৰম-জীৱনৰ যাবতীয় কঠোৰতা হাঁহি মুখে বৰণ কৰি ল'লে। এই পৰিবৰ্ত্তনৰ ভিতৰত তেওঁৰ সংস্কাৰ প্ৰয়াসী ভাব বিদ্যমান আছে। জগৎবৰেণ্য স্বামীয়ে যে তেওঁৰ জীৱনত বহুতো পৰিবৰ্ত্তন আনিব পাৰিছিল, এই গুণ থকা বাবেই। ইয়াৰ বাবেই তেওঁ স্বামীৰ লগতে সামাজিক সংস্কাৰ আৰু ৰাজনৈতিক অধিকাৰ পাবৰ কাৰণে সমানে অংশভাগিনী। স্বামী যেতিয়া বন্দী অৱস্থাত থাকে তেতিয়া তেওঁ অকাতৰে তেওঁৰ স্বামীৰ আৰব্ধ কাৰ্য্যত পূৰ্ণমাত্ৰায় যোগ দিয়ে। সেয়ে তেওঁৰ মহান্ কৰ্ত্তব্য বুলি তেতিয়া তাত জাপ দিয়ে। সেই সময়ত নিজ শৰীৰৰ অসুস্থতাৰ কথালৈ মন নিদিয়ে। এই বিষয়ৰ বিস্তৃত বিবৰণ জীৱনীৰ আখ্যায়িকা অংশত দেখা পাম। ভাৰতীয় ৰাজনৈতিক

মুক্তি-সংগ্ৰাম আৰু সমাজ সংস্কাৰৰ বাবে হোৱা আন্দোলনৰ পুৰোভাগত আমি সততে কস্তুৰবাক দেখা পাওঁ। কি মহান্ এই জীৱন ! এনে মহিলাক জীৱনসঙ্গিনী ৰূপে পাই মহাত্মাও কম সৌভাগ্যৱান নহয়।

কস্তুৰবা সদায় নম্ৰ, বিনয়ী, আৰু নিৰহঙ্কাৰা আছিল। কিন্তু তেওঁৰ এনে এটা ব্যক্তিত্ব আছিল যাৰ প্ৰতি মানুহ সততে শ্ৰদ্ধাৱান নহৈ নোৱাৰে। এই শ্ৰদ্ধা তেওঁ নিজ স্বামীৰ পৰাও আকৰ্ষণ কৰিব পাৰিছিল। এনে শ্ৰদ্ধা অন্তৰত থকা বাবে মহাত্মাজীয়ে বহুত সময়ত কস্তুৰবালৈকো ভয় ৰাখি চলিছিল। এই বিষয়ৰ বিবৰণ আমি পিচত সবৰমতী আশ্ৰম-জীৱন সম্পৰ্কে লিখোঁতে বৰ্ণনা কৰিম। মুঠতে মহাত্মাজীয়ে কস্তুৰবাৰ পৰা বন্ধুৰ দৰে পৰামৰ্শ, স্ত্ৰীৰ দৰে আনুগত্য আৰু পৰিচাৰিকাৰ দৰে আন্তৰিক সেৱা পাই পৰিতৃপ্ত হৈছিল। কস্তুৰবা প্ৰকৃত সহধৰ্ম্মিণী আছিল।

অসংখ্য দুঃখ-কষ্ট, চিন্তা-ভাবনাৰ মাজত জীৱনৰ গতি প্ৰবাহিত হলেও কস্তুৰবা প্ৰকৃততে 'সৌভাগ্যৱতী' আছিল। নিজক মাতৃত্বত প্ৰতিষ্ঠিত কৰি ভাৰতীয় জনগণৰ কল্যাণৰ কাৰণে তেওঁ জীৱন উৎসৰ্গ কৰিছিল বন্দীশালাৰ মাজত। পণ্ডিত মদনমোহন মালব্যই কস্তুৰবাৰ বিয়োগ বাতৰি পাই মহাত্মাজীলৈ লিখোঁতে তেওঁক "সৌভাগ্যৱতী" বুলি অভিহিত কৰিছিল ; কিয়নো তেওঁ স্বামীৰ পদত শিৰ ৰাখি দেহত্যাগ কৰাৰ দৰে হিন্দু নাৰীৰ কাম্য সৌভাগ্য পাইছিল। হিন্দু নাৰীৰ

পক্ষে ই প্ৰধানতঃ কাম্য। তদুপৰি সেইদিনা আছিল শিবৰাত্ৰি ব্ৰতৰ দিন। তাৰ পিছত নিজ সন্তান, নাতী, বন্ধুবৰ্গ সকলোৰে মাজত তেওঁৰ গৌৰৱময় জীৱনৰ পৰিসমাপ্তি ঘটে। ভাৰতীয় স্বাধীনতা যুদ্ধৰ বুৰঞ্জীত অক্ষয় কীৰ্ত্তি ৰাখি বন্দীশালত জীৱনদান কৰি দেশবাসী পুৰুষ-স্ত্ৰী সকলোৰে শ্ৰদ্ধা আকৰ্ষণ কৰিছিল মাতা কস্তুৰবাইয়ে। তেখেতৰ আত্মাৰ প্ৰতি, প্ৰতিষ্ঠিত স্মৃতিৰ প্ৰতি, আমাৰ বাৰে বাৰে নমস্কাৰ।

## [ ৩ ]
## কুমাৰী কালত

ভগবানৰ অচিন্তনীয় বিধান অনুযায়ী পোৰবন্দৰ চহৰত কস্তুৰবা আৰু মহাত্মাজীৰ জন্ম হয়। দুয়োটি পৰিবাৰ অৱস্থাপন্ন। কস্তুৰবাৰ পিতাৱক গোকুলদাস মাকন্‌জী এজন ব্যৱসায়ী লোক আছিল। তেওঁ কাপোৰ, কপাহ, সৰিয়হ— আদি বস্তুৰ বেপাৰ কৰিছিল। মাকৰ নাম আছিল বিৰাজ কুঁৱাৰ। এওঁবিলাক দুয়োৰে অকল একে চহৰতে জন্মই নহয়— দুয়োৰে একে বছৰতে জন্মও হৈছিল। সেই বছৰ হৈছে ইংৰাজী ১৮৬৯ খৃষ্টাব্দ। গান্ধীজীৰ জন্ম তাং ২ অক্টোবৰ। কিন্তু কস্তুৰবাৰ জন্মৰ সঠিক তাৰিখ জনা নাযায়। কোনোৱে কয় কস্তুৰবা বৰং গান্ধীজীতকৈ ছমাহৰ ডাঙৰ। কিন্তু কস্তুৰবাৰ ককায়েক মাধবদাস গোকুলদাস মান্‌জীৰ মতে কস্তুৰবা গান্ধীজীতকৈ বয়সত তিনি মাহ সৰু।

শিশু কস্তুৰবা মাক-পিতাৱকৰ বৰ আদৰৰ আছিল। তেওঁ প্ৰিয়দৰ্শিনী আছিল আৰু মুখত হাঁহি সদায় লাগি আছিল। কিন্তু এটা স্বভাৱ দেখা গৈছিল যে তেওঁ যেতিয়া যি কথাত ধৰে তাক কোনোমতেই নেৰিছিল। মাকে খং কৰিও তাক এৰুৱাব নোৱাৰে আৰু আদৰ কৰিও এৰুৱাব নোৱাৰে—যিটোত ধৰিব তাক—লাগিবই; সেই সময়ত প্ৰচলিত সামাজিক প্ৰথানুযায়ী আভিজাত্য সম্প্ৰদায়ৰ মাজত ডাঙৰ-দীঘল হব লগীয়া হোৱাত কস্তুৰবাৰ শিক্ষা হোৱা নাছিল—অৰ্থাৎ কোনো স্কুলত পঢ়া নাছিল। নিজ পৰিয়ালতে যি অলপ শিক্ষাৰ আভাস পাইছিল।

আদৰুৱা, পেটমোছা-সন্তান কস্তুৰবাক সৎপাত্ৰত দান কৰিবলৈ তেওঁৰ মাক-পিতাৱক ব্যগ্ৰ হল। তেতিয়া বাল্য-বিবাহৰ প্ৰচলন বাহুল্যভাবেই গোটেই ভাৰতত প্ৰচলিত আছিল। সেইমতে কস্তুৰবাৰ বিয়াৰ কাৰণে ৬।৭ বছৰ বয়সৰ পৰাই তেওঁৰ মাক পিতাৱক চেষ্টিত হল।

গান্ধী পৰিবাৰৰ লগত এই মাকনজী পৰিবাৰৰ যথেষ্ট সৌহাৰ্দ্দ্য আছিল। বিশেষতঃ গান্ধীজীৰ পিতাৱক কৰমচাঁদ গান্ধী বা কাবা গান্ধী কস্তুৰবাৰ পিতাৱকৰ আবাল্য বন্ধু আছিল। গান্ধীজীৰ পিতাৱকো পদস্থ লোক আছিল—পোৰবন্দৰ ৰাজৰ তেওঁ দেওৱান আছিল। গান্ধীজীয়েই তেওঁৰ কনিষ্ঠ পুত্ৰ আছিল। গতিকে ইফালে গান্ধীজীও বৰ আদৰৰ সন্তান আছিল। যিহওক বন্ধু মাকনজীয়ে যেতিয়া ধৰিলে কন্যা দান

দিবলৈ কাবা গান্ধীয়ে তাক অমান্য কৰিব নোৱাৰিলে। উভয়ৰে সন্মতিক্ৰমে ৭ বছৰ বয়সতে কস্তুৰবাৰ লগত গান্ধীজীৰ হস্তোদক* ক্ৰিয়া সম্পন্ন হৈ গল।

গুজৰাটৰ বণিয়া সমাজত এইদৰে কম বয়সতে "সগাই" বা বাক্‌দান হৈ যোৱা প্ৰথা প্ৰচলন আছিল। এই ৭ বছৰ বয়সৰ ভিতৰতে আৰু তিন বাৰ বাক্‌দান হৈ গৈছিল। আমাৰ ফালে বাক্‌দান হলে প্ৰায় বিয়াৰ সামিলেই হয়। গুজৰাটৰ "সগাই" প্ৰথা তেনে নহয়। তাত বৰ মৰিলেও কন্যা আন ঠাইত বিয়া দিব পাৰে। 'সগাই' প্ৰথাত বৰ-কন্যাই একো গম না--পায়। বৰ-কন্যাৰ অভিভাবকৰ ভিতৰতে সি জনা জনি হৈ থাকে। আগৰ কেবাৰ যাৰ লগত গান্ধীজীৰ সগাই হৈছিল সেই কেউ ঠাইৰে কন্যা আগতে মৰি গৈছিল। কস্তুৰবাৰ লগত কিন্তু সগাই নহলেই—একেবাৰে বিয়াই হল গান্ধীজীৰ লগত। গান্ধীজীৰ ৭ বছৰ বয়সত শেষ 'সগাই' হৈছিল কিন্তু তাত বিয়া নহৈ পিচত হল কস্তুৰবাৰ লগত।

---

হস্তোদক ক্ৰিয়াঃ- শাস্ত্ৰসন্মত এটা বিধান। ইয়াৰ দ্বাৰা বৰপক্ষ আৰু কন্যাপক্ষৰ মাজত এনে এটা সম্বন্ধ স্থিৰ হয় যে ভবিষ্যতে নিযুক্ত সময়ত এই বৰ কন্যাৰ বিবাহ-ক্ৰিয়া নিষ্পন্ন হব। আমাৰ সমাজত ব্ৰাহ্মণ সকলৰ ভিতৰত সেই সময়তই বহুল পৰিমাণে প্ৰচলিত আছিল। কিন্তু আজিকালি চলিত প্ৰায় বন্ধ হৈছে। তাৰ পৰিবৰ্ত্তে আমাৰ দেশত আজি কালি "আঙঠি পিন্ধোৱা" নিয়ম চলিছে। গুজৰাটৰ কথা নাজানো।

[ ৪ ]

# বিবাহিত জীৱন

নিচেই সৰুতে বিয়া হোৱা প্ৰথা চলিত থকাত ১৩ বছৰ বয়সতে কস্তুৰবাৰ বিবাহিত জীৱন আৰম্ভ হল আৰু বিয়াৰ সময়ত তেওঁ বিলাকৰ বয়স আছিল তেৰ। বিয়াৰ সময়ত কস্তুৰবাৰ মনৰ অৱস্থা কেনে আছিল ক'ব নোৱাৰি। গান্ধীজীয়ে অমৰ লিখনিৰে 'আত্ম-চৰিতত' বিয়াৰ সময়ত তেওঁৰ মনৰ অবস্থা সুঁৱৰি লিখিছে—"বিয়াত মোৰ আপত্তি নাছিল। তেতিয়া ভাবিছিলোঁ—বিয়া মানে ভাল ভাল কাপোৰ পিন্ধা, বাজনা বজোৱা-শুনা, ভাল ভাল বস্তু খোৱা, আৰু আন এজন নতুন লগৰীয়াৰ লগত খেলা কৰিবলৈ পাম বুলি হোৱা ধাউতিৰ বাহিৰে আন ভাব হৈছিল বুলি মনত নপৰে।"

কস্তুৰবা অশিক্ষিতা ছোৱালী আছিল। তেওঁৰ মনতো চাগৈ এনে ধৰনৰ ভাবেই উদয় হৈছিল। গৃহীৰ পক্ষে বিবাহ এটা স্বাভাবিক কাম। সৰুকালতে হোৱা ভালনে বেয়া সেই বিলাক কথাৰ বিচাৰ তেওঁলোকৰ পক্ষে কৰাৰ কথা নহয়। গতিকে কস্তুৰীবাইয়ে বিয়া এটা স্বাভাবিকতে হব লগা কথা বুলিয়েই ধৰি লৈছিল বুলি সহজে ভাবিব পাৰি।

গান্ধীজীয়ে আন ঠাইত লিখিছে—"বিয়াৰ কাৰণে ৰাজ-কোটৰ পৰা পোৰবন্দৰলৈ আহিলোঁ। পিতা চাকৰিয়াল

কাৰণে আগতে আহি পোৱা নাছিল। বিয়াৰ মূৰামুৰি সময়ত আহি পাইছিল। বাটত গাড়ীৰ দুৰ্ঘটনা হৈ তেখেতৰ গাৰ কেইবা ঠাইতো জখম হোৱাত মোৰ মনত বৰ আঘাত লাগিছিল। বিয়া উৎসৱৰ আধাখিনি উৎসাহ যেন মোৰ নোহোৱা হল তথাপি বিয়া বন্ধ নহল। বিয়া বন্ধ কৰা হিন্দুৰ পক্ষে বৰ ডাঙৰ কথা। বিয়াৰ আগন্তুক আমোদত পৰি পিতাৰ কাৰণে হোৱা মোৰ মনোকষ্ট পাহৰি গলোঁ। * * * * পিতায়ো বিবাহ উৎসৱৰ উৎসাহত নিজৰ গাৰ কষ্ট পাহৰি কামত লাগি গল যেন তেওঁৰ একোৱেই হোৱা নাই। বিয়াৰ আগতীয়া বস্তুতো কাম পিতাই নিজে সমাধা কৰিব লগাত পৰিছিল। সেইবোৰ কথা মোৰ এতিয়াও ভালকৈ মনত আছে। সময়ত বিবাহ মঞ্চত বহিলোঁ। "সপ্তপদী গমন"— সাধাৰণ নিয়মমতে স্বামী স্ত্ৰীৰ মাজত মিঠাই খুউৱা খুৰি হ'ল। তাৰ পিতে দুয়ো একেলগে থাকিবলৈ ধৰিলোঁ। দুটি নিৰ্দ্দোষ বালক বালিকা একো নজনাকৈয়ে সংসাৰ সাগৰত জাপ দিলোঁ।"

প্ৰথম ৰাতি কন্যাৰ লগত কেনে আচৰণ কৰিব লাগে সেইবোৰ কথা গান্ধীজীক বৌৱেকে শিকাই দিছিল। কস্তুৰী-বাইকো কোনো ওচৰ সম্পৰ্কীয়া কমবয়সীয়া বিবাহিতা ছোৱালীয়ে নিশ্চয় শিকাই দিছিল।

বিবাহিত জীৱনৰ প্ৰথমতে এজনে আন জনৰ লগত ভয় আৰু লাজ কৰোঁতেই গ'ল। ক্ৰমে পৰিচয় হবলৈ ধৰিলে।

শেষত মন খুলি কথা বতৰা পাতিব পৰা হ'ল। বিবাহিত জীৱন কেনেকৈ যাপন কৰিব লাগে মহাত্মাজীয়ে নাজানিছিল। গতিকে তেওঁ সেই বিষয়ৰ দুই চাৰিখন সৰু সৰু কিতাপ কিনি পঢ়িছিল। ইয়াৰ পৰা তেওঁ বুজিলে যে তেওঁৰ পক্ষে যেনেকৈ পত্নীব্ৰত পালন কৰা ধৰ্ম্ম—তেনেকৈ পত্নীৰ পক্ষেও পতিব্ৰতা হোৱা উচিত। গান্ধীজীয়ে নিজে লিখিছে যে এইজ্ঞান জন্মাৰ পৰা তেওঁৰ এটা বিপদ ঘটিল। সি এই যে—"পত্নীব্ৰত পালন কৰিব লাগিলে পতিব্ৰত পালন কৰাবও লাগিব—এনে বিচাৰ মোৰ মনত জাগ্ৰত হ'ল। এনে বিচাৰ মনত জাগ্ৰত হোৱাত পত্নীক পাহৰা দিবৰ সঙ্কল্পও মনলৈ আহিল।"

কস্তুৰবাৰ পাতিব্ৰত্যৰ কাৰণে সন্দেহ কৰিবৰ কোনো কাৰণেই নাছিল। কিন্তু সন্দেহে কেতিয়াও কাৰণ নিবিচাৰে। সেই গতিকে গান্ধীজীৰ বিনাঅনুমতিৰে সেই সময়ত কস্তুৰবা কলৈকো ওলাব নোৱাৰিছিল।

বিনাঅনুমতিৰে কলৈকো যাব নোৱাৰা একৰকম কয়েদ হৈ থকাৰ দৰে। কস্তুৰবা সৰুকালেৰে পৰা বৰ দৃঢ়চেতা আৰু স্বাধীন স্বভাৱ, গতিকে এনে ভাবে কয়েদ হৈ থাকিবলৈ তেওঁ সন্মত নহল। তেওঁৰ যেতিয়াই মন যায় তেতিয়াই যলৈকে মন যায় ওলাই গৈছিল; স্বামীৰ অনুমতিৰ অপেক্ষা নকৰিছিল। তেওঁ সাধাৰণতঃ কোনো মন্দিৰলৈ বা আত্মীয়ৰ ঘৰলৈ গৈছিল। স্ত্রীৰ এনে স্বাধীন স্বভাবৰ কাৰণে উভয়ৰে মাজত কাজিয়া লগাৰ হেতু হৈ উঠিছিল। গান্ধীজীয়ে যিমানেই

কস্তুৰবাক বশলৈ আনিবলৈ চেষ্টা কৰিছিল তেওঁ সিমানেই বিদ্ৰোহ কৰি উঠিছিল। গতিকে মাজে-সময়ে এনে হৈছিল যে দুয়োৰে ভিতৰত বাক্যালাপেই বন্ধ হৈছিল। কিন্তু গান্ধীজী কস্তুৰবাৰ প্ৰতি নিতান্ত আসক্ত আছিল আৰু কস্তুৰবায়ো নিশ্চয় ঘৰত পতিভক্তিৰ পাঠ শিকিছিল। গতিকে এনে দম্পতি-কলহ সৰহদিনীয়াকৈ স্থায়ী নহৈছিল। তথাপি কোনো কাৰণ উপস্থিত হ'লে সেইদৰে মাজে মাজে উভয়ৰে ভিতৰত বাক্যালাপ বন্ধ হৈছিল। এনে আচৰণত তিক্ততাতকৈ—উভয়ৰে ভিতৰত অভিমানৰ ভাবেই প্ৰবল আছিল।

কস্তুৰবা তেতিয়া নিৰক্ষৰ আছিল। গান্ধীজীৰ ইচ্ছা যে তেওঁৰ পত্নীয়েও কিছু লিখা-পঢ়া শিকা উচিত। এনে ভাবি তেওঁ নিজেই লিখা-পঢ়া শিকাবলৈ স্থিৰ কৰিছিল; কাৰণ ঘৰুৱা শিক্ষক নিযুক্ত কৰা সম্ভৱ নাছিল। কিন্তু গান্ধীজীৰ সেই চেষ্টা বিশেষ ফলৱতী নহৈছিল; তাৰ কাৰণ গান্ধীজীয়ে নিজে আত্ম-চৰিতত প্ৰকাশ কৰিছে। তেখেতে লিখিছে—"সেই সময়ত নিকৃষ্ট পৰ্দ্দা প্ৰথা প্ৰচলিত আছিল। দিনত গুৰুজনৰ আগত কস্তুৰবাৰ লগত মোৰ দেখা হ'বৰ সুযোগ নহৈছিল—কথা কোৱা দূৰৰ কথা। ৰাতি যিবা অলপ সময় পাওঁ তাৰো সজ ব্যৱহাৰ হোৱা নাছিল। নানা বাজে কথা কৈ তেওঁক বহুত ৰাতিলৈকে জগাই ৰাখিছিলোঁ। গতিকে পঢ়া শুনা কৰাবৰ অৱসৰ কত? ইয়াৰ বাবে ময়ে দায়ী আছিলোঁ।"

মুঠতে গান্ধীজীৰ চেষ্টাৰ ফলত কস্তুৰবায়ে সাধাৰণ চিঠিপত্ৰ

বহু কষ্টেৰে লিখিবলৈ শিকিছিল আৰু গুজৰাটি ভাষা বুজিব পাৰিছিল। কিন্তু, যদি বিশেষ মনোযোগেৰে সেই সময়তে গান্ধীজীয়ে শিক্ষা দিবলৈ চেষ্টা কৰিলেহেঁতেন তেতিয়াহলে কস্তুৰবা এগৰাকী বিদূষী মহিলা হৈ উঠিল হেঁতেন।

কাৰণ, কস্তুৰবাৰ সহজে লিখা-পঢ়া কৰিবৰ আৰু বুজিবৰ শক্তি যথেষ্ট আছিল। শ্ৰীমতী পোলাক এই বিষয়ৰ সাক্ষী। শ্ৰীমতী পোলাক—ইংৰাজ মহিলা। দক্ষিণ আফ্ৰিকাত গান্ধীজীয়ে যি আন্দোলন কৰিছিল তাত শ্ৰীযুত পোলাক আৰু তেওঁৰ পত্নীয়ে সম্পূৰ্ণৰূপে যোগ দিছিল। গান্ধীজীয়ে ফিনিক্সত এখন পাম বা উশনিবেশ ( কলোনি ) পাতিছিল। সেই পামত এই ইংৰাজ দম্পতিয়ে বাস কৰিছিল। শ্ৰীমতী পোলাক তেতিয়াৰে পৰা কস্তুৰবাৰ লগত আছিল। কস্তুৰবায়ে ইংৰাজী নাজানিছিল। কিন্তু অতি অলপ দিনৰ ভিতৰতে কেনেকৈ তেওঁ ইংৰাজীত ভাব বিনিময় কৰিবৰ অধিকাৰিণী হ'ল, সেই বিষয়ে শ্ৰীমতী পোলাকেই বৰ্ণনা কৰি লিখিছে—"পোনতে আমি পৰস্পৰৰ ভিতৰত কোনোমতে ভাবৰ আদান প্ৰদান কৰিবলৈ ধৰিলোঁ। অতি অলপ দিনৰ ভিতৰতে কস্তুৰবাৰ ইংৰাজী ক'ব পৰা শক্তি হ'ল। অলপ দিনৰ পিচৰ পৰা মোৰ লগত তেওঁৰ সঙ্কোচ বোধ নোহোৱা হ'ল। তেতিয়া মোৰ লগত তেওঁ আন আন ইংৰাজ বন্ধু মহিলা-সকলৰ লগত বাহিৰত দেখা কৰিবলৈ যাব পৰা হ'ল আৰু তেওঁ বিলাকৰ লগত আলাপ-আলোচনাত যোগ দিব পৰা হ'ল।"

কস্তুৰবায়ে কিন্তু এইদৰে ইংৰাজীৰে চিৰকাল কথা কবৰ অভ্যাস বজায় ৰখা নাছিল। এনে কি যেতিয়া শ্ৰীমতী পোলাক পিচত ভাৰতলৈ আহে তেতিয়া কস্তুৰবায়ে তেওঁৰ লগত ইংৰাজীৰে কথা ক'বলৈ টান পাইছিল। এই কথাও শ্ৰীমতী পোলাকে তেওঁৰ কিতাপত লিখি গৈছে।

এটা বিদেশী ভাষাকো যি ইমান সহজে আয়ত্ত কৰিব পাৰিছিল তেওঁ চেষ্টা কৰিলে যে নিজ ভাষাত ব্যুৎপত্তি লাভ কৰিব পাৰিলেহেঁতেন তাত সন্দেহ নাই। কিন্তু কস্তুৰবাৰ জীৱন বিদ্যাভ্যাসৰ জীৱন নহয়—তেওঁৰ জীৱন লোক সেৱাৰ জীবন। গান্ধীজীয়ে নিজে লিখিছে—"কস্তুৰবাৰ নিজৰ অজ্ঞতাৰ কাৰণে অধৈৰ্য্য হোৱা কেতিয়াও দেখা নাই। তেওঁ যাতে পবিত্ৰ জীৱন যাপন কৰে আৰু মোৰ দৰে শিক্ষিতা হয় আৰু মোৰ জীৱনৰ আৰু ভাৱৰ লগত তেওঁৰ জীৱন আৰু ভাব যাতে একে হয়—এনে আকাঙ্ক্ষা মই কৰিছিলোঁ। কিন্তু এনেবোৰ আকাঙ্ক্ষা তেওঁৰ আছিলনে নাই তাক নাজানো। তেওঁ অশিক্ষিতা হলেও স্বভাৱতে সৰল, স্বাধীনচিতীয়া আৰু কাৰ্য্যক্ষম আৰু মোৰ প্ৰতি অন্ততঃ মৌনী আছিল। অৰ্থাৎ কোনো কথাত অনাহক প্ৰতিবাদ নকৰিছিল।"

এই বয়সতো কস্তুৰবাৰ জীৱন সুখৰ নাছিল। গান্ধীজীৰ পৰা মাজে সময়ে অনাহক উৎপীড়ন সহিব লগা হৈছিল। অত্যধিকৰূপে কস্তুৰবাক ভালপোৱাৰ ফলত গান্ধীজীৰ তেওঁৰ ওপৰত সদায় মিছা ছোভা মনত খেলাইছিল। এসময়ত এনে

ছোৱা কৰাত এজন বন্ধুৰ পৰা যথেষ্ট ইঙ্গিত পাইছিল। গান্ধীজীৰ ছাত্ৰজীৱনত এই বন্ধুজন ওচৰ চাপে। এই বন্ধুজনৰ প্ৰতি গান্ধীজীৰ মাক আৰু কস্তুৰবা প্ৰসন্না নাছিল। বুদ্ধিমতী কস্তুৰবাই গান্ধীজীক সেই বন্ধুজনৰ পৰা আতৰত থাকিবলৈ বা তেওঁৰ কথাত কাণ নিদিবলৈ উপদেশ দিছিল। গৰ্ব্বান্ধ পতিয়ে পত্নীৰ এই সাবধান বাণী শুনাৰ প্ৰয়োজন অনুভৱ কৰা নাছিল। বন্ধুটিৰ কামৰ ভিতৰত কস্তুৰবাৰ প্ৰতি মহাত্মাজীৰ মনৰ সংশয় নানা জোৰা দিয়া কথাৰে বঢ়াই দিয়া। সেই বন্ধুজনৰ কথা শুনি গান্ধীজীয়ে কস্তুৰবাক বহু মনোকষ্ট দিছিল। ধৈৰ্য্যশীলা কস্তুৰবায়ে সেই লাঞ্চনা বা গঞ্জনা নীৰৱে সহ্য কৰিছিল। এনে অন্যায় ব্যৱহাৰৰ কাৰণে গান্ধীজীয়ে পিচৰ কালত বৰ অনুতপ্ত হৈছিল। তেওঁ যে সেই সময়ত স্বামীত্বৰ গৰ্ব্বত উত্তেজিত হৈ তেনেদৰে নিজ পত্নীক কষ্ট দিছিল এই কথা নিজে স্বীকাৰ কৰি লিখিছে—“মই তেতিয়া ভাবিছিলোঁ যে পত্নীৰ সদুপদেশ আৰু সাৱধানবাণী শুনি চলাটো স্বামীত্বৰ গৰ্ব্বৰ প্ৰতি আঘাতজনক।”

এই প্ৰসঙ্গত গান্ধীজীয়ে আত্মজীৱনীত লিখিছে—“মোৰ সেই বন্ধুজনৰ কথা মই অবিশ্বাস কৰিব নোৱাৰিছিলোঁ। মোৰ পৰিবাৰক সেই লগনীয়া কথাবোৰ শুনি যেনে ভাৱে কষ্ট দিলোঁ তাৰ বাবে মই নিজক ক্ষমা কৰিব নোৱাৰোঁ। বোধ হয় একমাত্ৰ হিন্দুৰ পত্নীয়েহে এনেদৰে (অত্যাচাৰ) সহ্য কৰিবলৈ সক্ষম আৰু সেইবাবে মই সদায় মাইকী মানুহক

সহিষ্ণুতাৰ প্ৰতিমূৰ্ত্তি বুলি স্বীকাৰ কৰোঁ। কোনো চাকৰক অবিশ্বাস কৰিলে তাক ঘৰৰ পৰা খেদাই দিব পাৰি, লৰাই পিতাকক এৰি আঁতৰলৈ যাব পাৰে; বন্ধুৱে বন্ধুত্ব ত্যাগ কৰিব পাৰে। কোনো পত্নীয়ে নিজ স্বামীক সন্দেহ কৰিলে মনে মনে থাকিব কিন্তু, কোনো স্বামীয়ে তেওঁৰ পৰিবাৰক সন্দেহ কৰিলে তেওঁৰ সৰ্ব্বনাশ হয়। কাৰণ, তেওঁ যাব ক'লৈ? হিন্দু নাৰীয়ে বিবাহ-বিচ্ছেদ প্ৰাৰ্থনা কৰিব নোৱাৰে। আদালতে তেওঁক কোনো সহায় কৰিব নোৱাৰে। মোৰ পৰিবাৰক অনাহক কথাত ইমানখিনি কষ্ট দিয়া বাবে মই আজিও মনোকষ্ট পাহৰিব পৰা নাই আৰু নিজক মই কেতিয়াও ক্ষমা কৰিব নোৱাৰোঁ।"

কস্তুৰবাৰ তীক্ষ্ণবুদ্ধি আৰু ধৈৰ্য্যৰ ই প্ৰকৃষ্ট নিদৰ্শন। ইয়াৰ আৰু বহুত নিদৰ্শন পিচত আমি পাই গৈ থাকিম।

এই বিলাক কথাৰ পৰা আমি এনে সিদ্ধান্ত কৰিব নালাগে যে কস্তুৰবাৰ জীৱন এই সময়ত দুঃখপূৰ্ণ আছিল। গান্ধীজীয়ে নিজে সেই বিষয়ে ফুটাই লিখিছে যে "সময়ত কস্তুৰবাৰ প্ৰতি মোৰ যি কঠোৰ আচৰণ তাৰ মূলতে তেওঁৰ প্ৰতি মোৰ প্ৰেম বা ভালপোৱা। প্ৰকৃত ভালপোৱাৰ পৰা যি শাসন সি কষ্টদায়ক নহয় গৈ শেষত। বৰং এনে শাসনৰ পৰা শেষত আনন্দ বৰ্দ্ধিত হে হয়।"

গান্ধীজীয়ে ১৮ বছৰ বয়সত মেট্ৰিকুলেশ্যন পৰীক্ষা পাছ কৰে। তাৰ পিচতে ইংলণ্ডলৈ পঢ়িবলৈ যায়। গতিকে

বিয়াৰ পৰা ৬ বছৰ কাল কস্তুৰবাৰ লগত কটাইছিল। কিন্তু গুজৰাটত প্ৰচলিত নিয়মমতে এনে কম বয়সত বৰ-কন্যাক সবৰ্হদিন একেলগে থাকিবলৈ দিয়া নহৈছিল। এনে কি প্ৰায় আধাখিনি সময়েই ছোৱালী মাক-বাপেকৰ ঘৰত থাকে। ছয় সাতমাহ একেলগে থকাৰ পিচত ছোৱালীৰ মাক-বাপেকৰ ঘৰৰ পৰা মানুহ আহি ছোৱালীক লৈ যায়। মহাত্মাজীয়ে আত্ম-জীৱনীত এই প্ৰথাৰ প্ৰশংসা কৰিছে। তাৰ পিচত নিজৰ বিষয়ে লিখিছে যে-"১৩ৰ পৰা ১৮ বছৰলৈ মাজে মাজে আমি যিখিনি সময় একেলগে আছিলোঁ—সেই আটাইখিনি যোগ কৰিলে তিনি বছৰৰ বেছি নহব। ছয় সাতমাহ একেলগে থকাৰ পিচতে ছোৱালীক নিবলৈ বাপেক-মাকৰ ঘৰৰ পৰা মানুহ আহে।"

বিবাহিত জীৱনৰ এই সময়ত গান্ধীজী বৰ ভয়াতুৰ আছিল। তেওঁ ৰাতি অকলৈ থাকিব নোৱাৰিছিল। চোৰ ভূত আৰুত সাপৰ কাৰণে মনে মনে তেওঁৰ বৰ ভয় আছিল। সেই কাৰণে এন্ধাৰ ৰাতি তেওঁ অকলৈ বাহিৰলৈ ওলাবকে নোৱাৰিছিল। তেওঁ ভয়ৰ হাত সাৰিবলৈ ৰাতি শোৱা কোঠোত এটা চাকি লগাই থৈছিল। কস্তুৰবাৰ কিন্তু এই বোৰলৈ—চোৰ, ভূত, সাপলৈ—একো ভয় নাছিল। তেওঁ এন্ধাৰ ৰাতিও হাতত চাকি নোহোৱাকৈয়ে অলৈ তলৈ যাব পাৰিছিল। তেওঁ কাৰো লগো নিবিচাৰিছিল। মুঠতে কস্তুৰবা যথেষ্ট সাহসী আছিল। অকল এয়ে নহয় তেওঁৰ সাহস

আৰু বীৰ্য্যৰ পৰিচয় আমি পাওঁ দেশৰ স্বাধীনতাৰ আন্দোলনত —স্বামীৰ পদাঙ্ক অনুসৰণত। দেশৰ কল্যাণৰ কাৰণে স্বামীৰ লগে লগে কস্তুৰবায়েও দুঃখৰ সাগৰকে মূৰ পাতি ল'বৰ দৰে সাহস কৰিছিল। ইয়াৰ পৰিচয় আমি বিবাহিত জীৱনৰ আগছোৱাৰ পৰাই পাওঁ।

বিবাহিত জীৱনৰ তিনি বছৰ পিচত অৰ্থাৎ কস্তুৰবাৰ যোল বছৰ বয়সত এটি সন্তান হয়। কিন্তু সন্তানটি কেদিনমানৰ ভিতৰতে মৰে। ইয়াত কস্তুৰবায়ে নিশ্চয় শোক পাইছিল। গান্ধীজী তেতিয়াও ছাত্ৰ। অলপদিনৰ পিচত গান্ধীজীৰ পিতাৰকৰ টান নৰীয়া হ'ল। গান্ধীজীয়ে যথাসাধ্য সেৱা কৰিছিল। কিন্তু অলপদিনৰ ভিতৰতে তেওঁৰ পিতৃৰ বিয়োগ ঘটিল। ইয়াত গান্ধীজী নিতান্ত শোকাতুৰ হ'ল। তেওঁৰ নিজ সন্তানৰ মৃত্যুৰ বাবে সিমান বেজাৰ পোৱা নাছিল।

গান্ধীজীয়ে ১৮ বছৰ বয়সত মেট্ৰিকুলেশ্যন পৰীক্ষা পাছ কৰাৰ পিচতে কস্তুৰবাৰ দ্বিতীয় সন্তান হীৰালালৰ জন্ম হয়। গান্ধীজীয়ে বিধবা মাকৰ ওচৰত নিজ চৰিত্ৰ বিদেশত ঠিক ৰাখিব বুলি প্ৰতিশ্ৰুতি দি ব্যাৰিষ্টাৰী পঢ়িবলৈ বিলাতলৈ গ'ল। কস্তুৰবা সেই সময়ত শাহুৰেকৰ লগতে আছিল। তেওঁৰ বিৰহৰ সান্ত্বনা আছিল সেই সন্তানটি। তাৰ মুখ চায়েই মাকে যাৱতীয় দুঃখ পাহৰিছিল। যিহওক গান্ধীজীয়ে বিলাতত ১৮৮৮ খৃঃ পৰা ১৮৯০ খৃঃ জুন মাহলৈকে থাকি ব্যাৰিষ্টাৰী পাছ কৰি ঘৰলৈ উলটি আহিল। কিন্তু দুখৰ কথা ইতিমধ্যে তেওঁৰ

মাতৃ-বিয়োগ ঘটে। ঘূৰি আছি ঘৰ পাই গান্ধীজীয়ে মাকৰ মুখ আৰু দেখা নাপালে। মাকৰ ওচৰত কৰি যোৱা প্ৰতিজ্ঞাৰ উপৰিও গান্ধীজীৰ কৰস্তুবাৰ প্ৰতি বিশ্বস্ততাৰ কাৰণেই বিলাতত থকা কালত তেওঁ কোনো মাইকী মানুহৰ প্ৰতি আকৃষ্ট নহ'ল—যদিও আত্মজীৱনীত তেওঁ এবাৰ কেনেকৈ কাণত কাণ মাৰি পতনৰ পৰা ৰক্ষা পৰিল, তাৰ বৰ্ণনা কৰিছে। ইয়াৰ দ্বাৰাই বুজা যায় কস্তুৰবাৰ বিশ্বস্ততাৰ প্ৰতি·বিশ্বাসঘাটকতা কৰিবলৈ গান্ধীজায়ে কিমান ভয় কৰিছিল। এই ক্ষেত্ৰত দেখা যায় বাল্য-বিবাহে গান্ধীজীক কিমান সহায় কৰিলে। নতুবা কোনো ইংৰাজ মহিলাক গ্ৰহণ কৰাৰ ফলত গান্ধীজীক হয়তো আমি এনেদৰে নাপালেঁহেঁতেন।

কস্তুৰবাৰ স্বামী-ভক্তি তেওঁৰ ধৰ্ম্মপৰায়ণতাৰ নিদৰ্শন মাথোন। ইন্দ্ৰিয়তৃপ্তি চৰিতাৰ্থতাৰ কোনো সম্বন্ধ তাত নাছিল। ধৰ্ম্মভীৰু যেই সেই নাৰীৰ পক্ষে এনে নৈতিক বল আৰু যাবতীয় ভাবাবেগ সম্বৰণ কৰি সংযত হবৰ শক্তি থকা স্বাভাবিক। কস্তুৰবাৰ স্বামীভক্তিৰ বিনিময়ে তেওঁ পাইছিল স্বামীৰ পৰা সান্দেহজাত অসৎ ব্যৱহাৰ। এনে কি বিলাতত উচ্চ শিক্ষা লাভ কৰি আহিও কস্তুৰবাৰ প্ৰতি সেই একে ছোভা। এনে মিছা ছোভাৰ পৰা কৰা অন্যায় ব্যৱহাৰ বিলাক কস্তুৰবাই নীৰৱে সহ্য কৰিছিল। কস্তুৰবাৰ এনে মনোবল আছিল—যে তেওঁ সদায় মনেপ্ৰাণে জানিছিল তেওঁ নিৰ পৰাধ। তেওঁৰ ওপৰত কৰা এই অন্যায়ৰ প্ৰতিবোধ কৰাতকৈ ক্ষমা গুণৰ

দ্বাৰাই তাক বশ কৰিবলৈ চেষ্টা কৰাই ভাল। উত্তৰ কালত যে কস্তুৰবায়েই জয়ী হল তাৰ নিদৰ্শন বহুতো। আৰু কস্তুৰবাৰ প্ৰদাৰ্শত এই পন্থাকে ৰাজনৈতিক ক্ষেত্ৰতো গান্ধীজীয়ে সত্যাগ্ৰহ নাম দি ৰহুলভাবে প্ৰয়োগ কৰিছিল পিচৰকালত। গান্ধীজীৰ জীৱনৰ প্ৰাৰম্ভতে কস্তুৰবাৰ এনে আচৰণৰ পৰা তেওঁৰ মনত নিশ্চয় এটা ৰেখাপাত কৰিছিল। তেওঁ সহজে বুজিছিল আৰু প্ৰথম শিক্ষা পাইছিল কস্তুৰবাৰ পৰা যে "প্ৰেমে সকলোকে জয় কৰিব পাৰে আৰু শেষত সত্যৰেই জয় হয়।" কস্তুৰবা সদায় সত্যতে আছিল। তেওঁ শিকিছিল ধৈৰ্য্য আৰু সহিষ্ণুতা।

গান্ধীজী বিলাতৰ পৰা ঘূৰি আহি পোনতে ৰাজকোটত থাকি ওকালতী আৰম্ভ কৰিছিল। কিন্তু তেওঁৰ লাজকুৰীয়া স্বভাবৰ কাৰণে কৃতকাৰ্য্য হব পৰা নাছিল। তাৰ পৰা তেওঁ বোম্বাইলৈ সস্ত্ৰীক উঠি আহি তাতো ওকালতী ব্যৱসায় আৰম্ভ কৰিলে। ইয়াতো সেই একে অৱস্থা—বিশেষ একো কৰিব পৰা নাছিল। বোম্বাইতে গান্ধীজীয়ে সুকীয়াকৈ গৃহী জীৱন আৰম্ভ কৰে আৰু তাৰ কৰ্তৃত্ব ভাৰ পৰিছিল কস্তুৰবাৰ ওপৰত। ৰাজকোট আৰু বোম্বাইলৈ যাতায়তৰ ভিতৰত গান্ধীজীয়ে তেওঁৰ পত্নীৰ লগত মিলনৰ যি অৱকাশ পাইছিল তাত তেওঁ কস্তুৰবাক শিক্ষিতা কৰিবৰ কাৰণে নিজে শিক্ষকতা কৰিছিল আৰু যিমানদূৰ পাৰে কস্তুৰবাৰ দোষ সংস্কাৰ কৰিবলৈ অৰ্থাৎ কস্তুৰবাই আধুনিক সমাজ সংস্কাৰৰ ভাৰ গ্ৰহণ কৰিনৰ

যোগ্যতা যাতে পায় তাৰ বাবে চেষ্টা কৰিছিল। কস্তুৰবা স্বভাৱতে পুৰণি ধৰণৰ মানুহ আছিল আৰু সৰুৰে পৰা উঠিছিলো সেই দৰেই।

বোম্বাইতো ওকালতী ব্যৱসায়ত বিশেষ সুবিধা কৰিব নোৱাৰি ১৮৯৩ খৃঃ গান্ধীজী আকৌ ৰাজকোটলৈ ঘূৰি আহিল। এনেতে গান্ধীজীয়ে দক্ষিণ আফ্রিকাত থাকি ব্যৱসায় কৰা দাদা আব্দুলা নামে এজন ধনী সদাগৰৰ পৰা তেওঁৰ কাৰবাৰ সংক্রান্তত হোৱা এটা ডাঙৰ মোকৰ্দ্দমাৰ তদ্বিৰ কৰিবলৈ আহ্বান পালে। এওঁ পূৰ্ব্বে পোৰ-বন্দৰৰ মানুহ আছিল। গান্ধীজীয়ে যোৱা-অহা আৰু খোৱা খৰচৰ উপৰিও এবছৰত ১০৫ পাউণ্ড নগদ লৈ তালৈ যাবলৈ স্বীকাৰ কৰিলে।

এই সময়তো কস্তুৰবাৰ এটী লৰা হৈছিল। ইংলণ্ডলৈ গান্ধীজী যোৱাত কস্তুৰবাই বিশেষ কষ্ট পোৱা নাছিল। তেতিয়া শাহুৱেক আছিল লগত। এইবাৰ কিন্তু তেওঁ বিৰহব্যথা বৰকৈ অনুভৱ কৰিছিল। গান্ধীজীয়ে সান্ত্বনা দি কস্তুৰবাক ক'লে—“এবছৰৰ ঠিক পিচতে আমাৰ আকৌ মিলন হ'ব। তুমি চিন্তা নকৰিবা।” এইবুলি কৈয়ে গান্ধীজীয়ে ৰাজকোট এৰি বোম্বাইলৈ যাত্রা কৰিলে। কস্তুৰবাই বেজাৰ পালেও তেওঁৰ স্বামীক বাধা নিদিলে। তেওঁ মাথোন দিন-মাহ গণিবলৈ ধৰিলে।

গান্ধীজীয়ে যদিও এবছৰতে ঘূৰি আহিম বুলি দক্ষিণ আফ্রিকালৈ গৈছিল তথাপি তাত বাস কৰা ভাৰতবাসী সকলৰ

ৰাজনৈতিক তুৰাৱস্থা দেখি তেওঁ বিচলিত হ'ল। তেওঁ দেখা পালে আৰু নিজে ভোগো কৰিলে যে ভাৰতবাসী সকলক তাত বাস কৰা ইংৰাজ সকলে পশুৰ দৰে ব্যৱহাৰ কৰে। গান্ধীজীয়ে ভাৰতবাসীৰ মাজত বাস কৰি তেওঁবিলাকৰ উন্নতিৰ কাৰণে চেষ্টা কৰিবলৈ ধৰিলে। এই সময়ৰে পৰা তেওঁ অন্যায়ক প্ৰেমৰ শক্তিৰে প্ৰতিৰোধ কৰিবলৈ চেষ্টা কৰিলে। এয়ে সত্যাগ্ৰহৰ সূচনা। এই কামৰ সূচনা কৰিবলৈ তেওঁৰ প্ৰায় চাৰিবছৰ সময় লাগিছিল। ইমান দিন কস্তুৰবা অকলশৰেই থাকিবলৈ বাধ্য হৈছিল। অসুবিধা দেখুৱাই কস্তুৰবাই পীড়া পীড়ি কৰাহলে হয়তো গান্ধীজীয়ে তাৰ কাম-অসমাপ্ত ৰাখিয়েই গুচি আহিব লাগিল হেতেন। কিন্তু কস্তুৰবাৰ প্ৰকৃতি তেনে নাছিল--তেওঁ সকলো নীৰৱে সহ্য কৰি স্বামীক কৰ্ত্তব্য কামত আগ বাঢ়িবলৈ সুযোগ দিছিল।

---

# দক্ষিণ আফ্রিকাত

ভাৰতীয় লোক সকলৰ সেৱাৰ কাৰণে বহুদিন দক্ষিণ আফ্রিকাত বাস কৰিব লাগিব বুলি জানি গান্ধীজীয়ে তাৰ আদালতত ওকালতী কৰিবৰ কাৰণে সনদ গ্রহণ কৰিলে। তাৰ ওকালতীত গান্ধীজী কৃতকার্য্য হ'ল। মক্কেল সকলৰ আস্থা তেওঁ অর্জ্জন কৰিব পৰাত তাতে স্থায়ী ভাৱে কিছুদিন থাকিবলৈ স্থিৰ কৰিলে। সেই অনুযায়ী তেওঁ নিজ পৰিয়ালক তালৈ লৈ যাবৰ কাৰণে ভাৰতলৈ আহিল। তেতিয়া ১৮৯৬ খৃষ্টাব্দ।

তিনি বছৰৰ পিছত কস্তুৰবাৰ লগত গান্ধীজীৰ দেখা হল। তেতিয়া হীৰালালৰ বয়স ৯ বছৰ আৰু মণিলালৰ বয়স ৩ বছৰ। গান্ধীজী এই বাৰো সৰহ দিন ভাৰতত থাকিবলৈ নাপালে। দক্ষিণ আফ্রিকাৰ ডাৰবান চহৰৰ পৰা বিশেষ কার্য্যৰ কাৰণে শীঘ্রে উলটি যাব লাগে বুলি বিজুলী বাতৰি পালে। গতিকে লগত নিজৰ লৰা তিৰোতাক লৈ "কুৰল্যাণ্ড" নামে জাহাজত ১৮৯৬ খৃষ্টাব্দৰ ১লা ডিচেম্বৰ তাৰিখে আকৌ দক্ষিণ আফ্রিকালৈ ৰাওনা হ'ল।

কস্তুৰবাৰ এয়ে প্ৰথম সমুদ্ৰযাত্ৰা। হিন্দু মাত্ৰৰে সেই সময়ত সমুদ্ৰযাত্ৰা নিষিদ্ধ আচৰণ বুলি বিশ্বাস আছিল—মাইকী মানুহৰ পক্ষেটো কথাই নাই। পতিৰ সুবিধা আৰু আদেশত ধৰ্ম্মপৰায়ণা কস্তুৰবাই আপত্তি নকৰিলে। সেই সময়ত গান্ধীজীৰ মনত ধাৰণা আছিল যে ইউৰোপীয় সকলৰ অনুকৰণত জীৱন নিৰ্ব্বাহ কৰাই শ্ৰেয়; নতুবা সভ্য বুলি পৰিচয় দিব নোৱাৰি। বিশেষতঃ ইউৰোপীয়ৰ দৰে আচৰণ কৰিলে খাতিৰ পোৱা যাব, খাতিৰ নহলে দেশসেৱা নহব। সেই কাৰণে সমুদ্ৰযাত্ৰাৰ আগতে গান্ধীজীয়ে ভাবি চিন্তি স্থিৰ কৰিলে যে কস্তুৰবাই পাৰ্চী শাড়ী পিন্ধিব আৰু ভৰিত জোতা মোজা থাকিব আৰু লৰা দুটিয়ে কোট-পেণ্ট পিন্ধিব। তাৰ পিচত কাটা চামোচেৰে আহাৰ খাব, চকি মেজত বহি। এনে আচৰণ কৰিবলৈ কস্তুৰবাৰ নিতান্ত অনিচ্ছা আছিল। তেওঁ এনে পোছাক পিন্ধি বৰ আমনি পাইছিল আৰু এনে অহিন্দু ধৰণৰ আহাৰৰ অভ্যাসতো তেওঁ বিৰক্ত হলেও বাধ্য হৈ স্বীকাৰ কৰি লৈছিল। গান্ধীজীয়ে যিহত ধৰে তাত বৰ জেদ কৰিয়েই ধৰে। মহাত্মাজীয়ে আত্ম-জীৱনীত এই বিষয়ে লিখিছে—“যেতিয়া সভ্যতাৰ খাটিৰত গ্ৰহণ কৰা এই হতবুদ্ধি দূৰ হল তেতিয়া কাটা চামোচেৰে খোৱা এৰি দিয়া হ'ল। * * এতিয়া অনুভৱ কৰো যে সভ্যতাৰ সেই ৰকমাৰি পৰিত্যাগ কৰি আমি স্বস্তিৰ নিশ্বাস পেলাইছোঁ।”

সমুদ্ৰযাত্ৰাৰ সময়ত কস্তুৰবাৰ মনত কেনে ভাব খেলাইছিল কোৱা টান। তেওঁ নিজ ঘৰৰ পৰা হাজাৰ হাজাৰ মাইল দূৰৰ

এখন অচিনাকী দেশলৈ গৈছে। তাত কাৰো লগত তেওঁৰ জনা-শুনা নাই। তেওঁ মাথোন জানিছিল,—তেওঁৰ স্বামী সেই দেশৰ ভাৰতীয় অধিবাসী সকলৰ স্বত্ব আৰু স্বাধীনতা ৰক্ষাৰ বাবে এজন জনপ্ৰিয় নেতা, সেই দেশত নিজ কাৰ্য্যৰ দ্বাৰা যথেষ্ট প্ৰতিপত্তি লাভ কৰিছে। তেওঁ জানিছিল অকল ওকালতী ব্যৱসায়ৰ কাৰণে তেওঁবিলাক তালৈ অহা নাই। ভাৰতীয় সকলৰ হীনাৱস্থা দূৰ কৰিবলৈহে তেওঁবিলাকৰ আগমন। তেওঁবিলাকৰ আগমনত যে কি ভীষণ ৰকমৰ অভ্যৰ্থনা স্থিৰ হৈ আছে সৰলমতি কস্তুৰবায়ে তেতিয়া তাৰ গম পোৱা নাছিল।

লগত আন বহু ভাৰতীয় যাত্ৰীৰে সৈতে জাহাজ ১৮৯৭ চনৰ জানুৱাৰী মাহত নাটাল বন্দৰ পালেহি। জাহাজ আহি পাবৰ আগতে নাটালৰ ইউৰোপীয় বাসীন্দা সকলে গান্ধীজীৰ বিপক্ষে তুমুল আন্দোলন কৰিছিল। তেওঁবিলাকে দাবী কৰিছিল যে মিঃ গান্ধীক ভাৰতলৈ ঘূৰাই পঠাব লাগে। এই দেশত তেওঁক নামিবলৈকে দিব নালাগে। এই আন্দোলনৰ ফলত জাহাজ গৈ নাটাল বন্দৰ পালেও কাষলৈ যাবলৈ মানা কৰা হ'ল। এই দ'ৰে তেইশদিন জাহাজ পানীৰ মাজতে থাকিল। তাৰ পিচত গৱৰ্ণমেণ্টৰ আদেশ অনুযায়ী জাহাজ বন্দৰত লগাবলৈ হুকুম হ'ল আৰু যাত্ৰী সকলকো নামিবলৈ হুকুম দিলে।

জাহাজত থাকোঁতেই গান্ধীজীয়ে ইউৰোপীয় সকলৰ আন্দো-

লনৰ কথা গম পালে। তেওঁ জানিলে যে তেওঁবিলাকে তেওঁক মাৰিবলৈ স্থিৰ কৰি থৈছে। গভৰ্ণমেণ্টৰ পক্ষৰ এজন মন্ত্ৰীয়ে জাহাজৰ কেপ্টেইনলৈকো ভিতৰুৱাকৈ কৈ পঠালে যে দিনৰ ভিতৰত মিঃ গান্ধীক জাহাজৰ পৰা নামিবলৈ দিব নালাগে। ৰাতি আনে নজনাকৈ তেওঁক নমাই দিব লাগে। নতুবা তেওঁৰ বিপদৰ সম্ভাৱনা আছে। জাহাজ কোম্পানীৰ ( দাদা আব্দুলা এণ্ড কোং ) এড্‌ভোকেট্ মিঃ লাফ্‌টনে এই কথা বিষম যেন পালে। তেওঁ ক'লে—"মিঃ গান্ধী চোৰৰ দ'ৰে ৰাতি নাটাল সোমাবনে? বাৰু মই তেওঁক জাহাজৰ পৰা নমাই লগত লৈ আহিম—তেতিয়া কোনে কি কৰে চাম? কিন্তু তেওঁৰ পৰিবাৰ আৰু ল'ৰা কেইটাক আগতে নমাই আনি মিঃ ৰুষ্টম্‌জীৰ ঘৰত থবহি লাগে।" এই কথাত গান্ধীজী মান্তি হ'ল। সেইমতে কস্তুৰবা আৰু লৰা কেইটিক মিঃ ৰুস্তমজীৰ ঘৰলৈ অনা হ'ল। বন্দৰৰ ডকৰ পৰা তেওঁৰ ঘৰলৈ বাট মাথোন আছিল দু'মাইল।

তাৰ অলপ পিচতে গান্ধীজী আৰু মিঃ লাফ্‌টন পাৰলৈ নামিল। তেওঁলোক নমা মাত্ৰকে কেইজনমান ডেকা ইউৰোপীয় লৰাই "গান্ধী, গান্ধী" বুলি চিঞৰি উঠিল। ততালিকে চাৰিও-ফালৰ পৰা আক্ৰমণকাৰী চাহাবৰ দল আহি গান্ধীজীক ঘেৰাও কৰি ধৰিলে। মিঃ লাফ্‌টনে বিপদৰ সূচনা দেখি ৰিকস্বা এখন মাতি আনি গান্ধীজীক তাত উঠিবলৈ কলে। কিন্তু, বিদ্ৰোহী ডেকাদলে গান্ধীজীক তাত উঠিবলৈ নিদিলে। ভয়ত ৰিকশ্ব চলোৱা লৰাটো বৰং লৰমাৰি পলাল। গান্ধীজীয়ে তাক

পিচত মিঃ লাফ্‌টনৰে সৈতে কেখোজমান আগ বাঢ়িল। কিন্তু সেই উত্তেজিত জনতাই তেওঁলোকক আগবাঢ়িবলৈ নিদিলে। তেওঁবিলাকে মিঃ লাফ্‌টনক ধৰি আনফালে টানি লৈ গ'ল আৰু গান্ধীজী এতিয়া অকলশৰ হ'ল। তাৰ পিচত কি ঘটিল গান্ধীজীয়ে নিজ "আত্ম-জীৱনীত" এইদ'ৰে লিখিছে,—

"তাৰ পিচত তেওঁবিলাকে মোৰ গালৈ শিলগুটি, ইটাৰ চপৰা আৰু গেলা কনী লডিয়াবলৈ ধৰিলে। কোনোবা এজনে মোৰ মূৰৰ পাগুৰিটো কাঢ়ি নিলে আৰু কেজনমা'নে মোক কিলাবলৈ আক গুৰিয়াবলৈ ধৰিলে। মই অজ্ঞান হৈ পৰি গলোঁ আৰু এখন ঘৰৰ ৰেলিঙত ধৰি উশাহ লবলৈ চেষ্টা কৰিলোঁ। কিন্তু মোৰ তেতিয়া উশাহ লবৰ অৱসৰ ক'ত ? তেওঁবিলাকে আকৌ কিল-ভুকু মাৰিবলৈ আৰু কোবাবলৈ ধৰিলে। এনে সময়তে তাৰ পুলিচ চুপাৰিণ্টেণ্ডেণ্টৰ ঘৈণীয়েক সেই বাটেই যাওক। তেখেতে মোক আগৰে পৰা চিনি পাইছিল। সাহিয়াল মহিলা গৰাকীয়ে মোৰ অৱস্থা দেখি তেখেতৰ হাতৰ ছাটাটো মেলি মোক আবৰি ধৰিলে। তেতিয়া বেলি নাছিল। তেনেকৈ ধৰি তেখেত মোৰ আৰু উত্তেজিত দলটোৰ মাজত সোমাল। এতিয়া তেওঁলোকে মোক মাৰিব নোবাৰা হ'ল ; মোক মাৰিবৰ হলে মিচেচ এলেকজেন্দাৰক আঘাত কৰিব লগাত পৰে।

ইয়াৰ মাজতে এজন ভাৰতীয় ডেকাই মোৰ এনে দুৰ্ঘটনা হোৱা দেখা পাই ততালিকে থানালৈ গৈ পুলিচক খবৰ দিলে।

পুলিচ চুপাৰিণ্টেণ্ডেণ্ট মিঃ এলেকজেণ্ডাৰে খবৰ পাই ততালিকে এদল চিপাহী পঠাই হুকুম কৰিলে যে মিঃ গান্ধীক ঘেৰাও কৰি মাজত সুমুৱাই তেওঁৰ নির্দ্দিষ্ট ঠাইলৈ লৈ যাব লাগে। তেওঁবিলাক ঠিক সময়তে আহি পালে। থানাও আমি যোৱা বাটতে পৰে। থানা পাওঁতে মোক চুপাৰিণ্টেণ্ডেণ্টে থানাতে সেই ৰাতি থাকিবলৈ কলে। মই কিন্তু অস্বীকাৰ কৰিলোঁ। মই কলোঁ—"ইতিমধ্যে তেওঁবিলাকে (উত্তেজিত জনতাই) নিজৰ ভুল বুজি হয়তো শান্ত হৈছে। তেওঁবিলাকৰ সজ বিবেচনাৰ ওপৰত মোৰ বিশ্বাস আছে।" পুলিচৰ সহায়ত মই নিৰাপদে মিঃ ৰুস্তমজীৰ ঘৰ পালোঁ। মোৰ গোটেই গাতে গাৰ কিলৰ চিন, মুঠেই এঠাইত খঁহনি খাই তেজ ওলাইছিল। জাহাজৰ ডাক্তৰ জন তাত আছিল। তেখেতে ততালিকে মোক যথেষ্ট শুশ্রূষা কৰিলে।

ৰুস্তমজীৰ ঘৰত কোনো গেলেমাল নাছিল; কিন্তু বাহিৰত সেই উত্তেজিত চাহাবৰ দলে আকৌ গোটেই ঘৰ ঘেৰাও কৰি ধৰিছে। তেতিয়া ক্রমে ৰাতি হৈ আহিছিল আৰু সেই জনতাই চিঞৰি কৈ আছিল—"আমাক গান্ধীক লাগে"। দূৰদৃষ্টিসম্পন্ন পুলিচ চুপাৰিণ্টেণ্ডেণ্ট তালৈ আগতে অহিছিল। তেখেতে জনতাক ভয় দেখুৱাই নহয়, আন বুজনিৰে আঁতৰাবলৈ চেষ্টা কৰিছিল। যেতিয়া দেখিলে যে তেওঁলোক নাছোৰবান্দা তেতিয়া তেওঁ গান্ধীজীলৈ গোপনে খবৰ দিলে যে 'যদিহে আপুনি আপোনাৰ বন্ধুৰ ঘৰবাৰী নষ্ট হোৱা ইচ্ছা

নকৰে বা আপোনাৰ পৰিয়ালক ৰক্ষা পেলাব খোজে, তেন্তে মই কোৱা মতে আপুনি ছদ্মবেশ ধৰি তাৰ পৰা যেনেতেনে আঁতৰ হওক।

"এইদৰে একেদিনাই একেটা ঘটনাৰ ভিতৰত দুটা বিপৰীত অৱস্থাৰ মাজত পৰিলোঁ। যেতিয়া প্ৰাণৰ বিপদ মাথোন আগন্তুক আছিল তেতিয়া মিঃ লাফ্‌টনে মোক প্ৰকাশ্যে ওলাই আহিবলৈ উপদেশ দিলে। ময়ো সেই উপদেশ মানি ল'লোঁ। যেতিয়া সচাকৈয়ে বিপদৰ মাজত তেতিয়া আন এজন বন্ধুৱে ঠিক বিপৰীত উপদেশ দিলে। মই সেই উপদেশো মানি ললোঁ। মোৰ প্ৰাণৰ মমতাতেই বিপদত পৰাৰ আশঙ্কাতে এনে কৰিলোঁ নে, মোৰ এজন বন্ধুৰ ধন-প্ৰাণ নষ্ট হবৰ আশঙ্কা বা মোৰ পৰিজনৰ বিপদৰ আশঙ্কাতে এনে আচৰণ কৰিলোঁ কব নোৱাৰোঁ। সমুখ হৈ ওলাই জনতাৰ মাজত সাহেৰে উপস্থিত হোৱা বা ছদ্মবেশেৰে পিচত আকৌ তেওঁবিলাকৰ মাজৰ পৰা পলাই যোৱা কোনটো যে উচিত হৈছিল, নে দুয়োটা কাৰ্য্যই উচিত হৈছিল, ক'ব নোৱাৰোঁ।

মুঠতে যেতিয়া জনতাই জানিলে যে গান্ধীজী সেই ঘৰত নাই—তেতিয়াহে তেওঁবিলাব তাৰ পৰা ক্ৰমে আঁতৰি গল।"

নতুন এখন দেশলৈ আহি কস্তুৰবাৰ প্ৰথম পদাৰ্পণত যি অভিজ্ঞতা লাভ কৰিলে ভাবিলে মনত এফালে যেনে কষ্ট হয় আনফালে তেওঁৰ আচৰণত আচৰিত নহৈ নোৱাৰি। ইমান বিপদতো কস্তুৰবাই ধৈৰ্য্য হেৰুৱা নাছিল। চিৰকালৰ সেই

সাহসেৰেই তেওঁ এই বিপদৰ সম্মুখীন হৈছিল। ৰুস্তমজীৰ ঘৰত—সন্মুখত তেজেৰে ৰাঙলী নিজ স্বামী—শৰীৰত অসংখ্য আঘাতৰ চিন! বাহিৰত উত্তেজিত জনতাই চিঞৰি আছে—"আমাক গান্ধীক লাগে!" এই অৱস্থাত মূৰ্চ্ছা নগৈ ধীৰমতি কস্তুৰবাই চকুৰ পলকত বুজিলে—এয়ে সাহস আৰু ধৈৰ্য্য ধৰিবৰ প্ৰকৃত সময়। এই বিপদত মই বিব্ৰত হ'লে মোৰ স্বামীয়ে নিজ কৰ্ত্তব্য কৰিব নোৱাৰিব। এই উপস্থিত বুদ্ধি কস্তুৰবাৰ থকাত গান্ধীজীয়ে তেওঁৰ বন্ধুৰ পৰামৰ্শ মতে ছদ্মবেশে পলাব পাৰিছিল। এইদৰে পলাইগৈ তেওঁ তেওঁৰ বন্ধু আৰু নিজ স্ত্ৰী-পুত্ৰাদিক ৰক্ষা কৰিলে। নতুন দেশত নতুন অচিনাকী মানুহৰ ঘৰত, আগন্তুক বিপদৰ মাজত কস্তুৰবা ধীৰ, স্থিৰ। এয়ে কস্তুৰবাৰ চৰিত্ৰ। তেওঁ ভয় কাক বোলে নাজানে। তেওঁ জানে সত্য পথত থাকিলে ঈশ্বৰে সহায় কৰিবই। এনে মূহুৰ্ত্তত কস্তুৰবাৰ এনে দৃঢ়তা দেখি গান্ধীজী কিমান আনন্দিত হৈছিল আৰু তেওঁৰ কৰ্ত্তব্য পথত আগুৱাবলৈ কিমান মনোবল পাইছিল। কস্তুৰবাই নিজ কোনো কাৰ্য্যৰ দ্বাৰাই জগৎ বৰেণ্যস্বামীৰ কাৰ্য্যগতিত বাধা দিয়া নাই বৰং সাহস দিছে, উপদেশ দিছে আৰু তাত নিজে জাপ দিছে।

যি হওক নাটালবাসী চাহাব সকলৰ উত্তেজনা পিচ দিনাৰ পৰাই ক্ৰমে নোহোৱা হল। গান্ধীজীয়ে ডাৰবান চহৰত ঘৰ ভাড়া কৰি লৈ নিজ ব্যৱসায়ত মন পুতিলে। তেওঁ ব্যৱসায়ত উন্নতি কৰিলে, অভাৱ নোহোৱা হল। চাহাবী ধৰণৰ বঙ্গলাত

তেতিয়া গান্ধীজীয়ে বাস কৰিছিল আৰু আচাৰ-ব্যবহাৰো তেনেদৰে আগৰ পৰাই কৰিছিল। সেই সময়ত তেওঁৰ কোনো অভাৱ নাছিল। ইয়াত থকা কালটোৱেই কস্তুৰবা আৰু গান্ধীজীৰ জীবনৰ পক্ষে অতি লাগতিয়াল আছিল। ইয়াতে থাকোঁতেই উভয়ৰে ধৰ্ম্মজীৱন আৰু ৰাজনৈতিক পৰিবৰ্ত্তনৰ সূচনা হৈছিল। সেই পৰিৱৰ্ত্তনত কস্তুৰবাৰ জীৱনো প্ৰভাৱান্বিত হৈছিল। নিজৰ লৰাহুটিৰ উপৰিও গান্ধীজীৰ এটি ভাগিনীয়েক লগত গৈছিল। এতিয়া এই লৰা কেইটাক পঢ়াবৰ কাৰণেই গান্ধীজীয়ে প্ৰথমতে অসুবিধা বোধ কৰিছিল। চাহাবৰ লৰা বিলাকৰ কাৰণে যি স্কুল, তাত ভাৰতীয় সকলৰ লৰা পঢ়াবলৈ অসুবিধা আছিল। তেনে অনুগ্ৰহ বা অপমান সহ্য কৰিবলৈ গান্ধীজী সন্মত নাছিল। গতিকে লৰাহঁতক স্কুলত ভৰ্ত্তি কৰোৱা নহল। খৃষ্টান স্কুল বিলাকতো গুজৰাটী শিকোৱা ব্যৱস্থা নাছিল —তাত সাধাৰণ ৰকমৰ তামিল ভাষা শিকোৱা হৈছিল। সেই দেখি গান্ধীজীয়ে ঘৰতে লৰা কেজনক শিক্ষা দিবৰ দিহা কৰিছিল। সেই শিক্ষা কিন্তু নিয়মিতৰূপে নচলাত কস্তুৰবায়ে বেয়া পাইছিল।

ডাৰবানত থাকি ওকালতী কৰোঁতে গান্ধীজীৰ আৰ্থিক অৱস্থা ভাল আছিল। তেওঁ স্বচ্ছন্দতাৰেই তাত বাস কৰিছিল। কিন্তু তেতিয়াও তেওঁ অমিতব্যয়ী হোৱা নাছিল বা বিলাসী জীৱন যাপন কৰা নাছিল। তেওঁবিলাক মধ্যবিত্ত গৃহস্থৰ দৰেই সুন্দৰ ভাবে বাস কৰিছিল। এই সময়ৰ পৰাই গান্ধীজীয়ে চলি

অহা কুসংস্কাৰবিলাক আঁতৰাবলৈ চেষ্টা কৰিছিল আৰু খোৱা-থকা আদি বিষয়ত নানা পৰীক্ষামূলক কাৰ্য্যত মন দিয়া তেওঁৰ স্বভাব। তেওঁ এসময়ত ধোবা বন্ধ কৰি দি নিজে কাপোৰ ধুবলৈ আৰু কাপোৰ ইস্তিৰি কৰি লবলৈ শিকিছিল। ভাৰতীয় মানুহবোৰ বৰ লেতেৰা বা অপৰিষ্কাৰ এনে অপবাদ আছিল। গান্ধীজী আৰু কস্তুৰবা উভয়ে নিজৰ ঘৰবাৰী খুব পৰিষ্কাৰ কৰি ৰাখিছিল; তেওঁলোকে সেই কাম নিজ হাতেই কৰিছিল; চাকৰ-নোকৰলৈ কোনো কাম পেলাই নথৈছিল। এই বিলাকো গান্ধীজীৰ পৰীক্ষামূলক কাৰ্য্যতে পৰিছিল। ইয়াতেই কস্তুৰবাই হিন্দু পৰিবাৰত চিৰকালৰ পৰা চলি অহা বহুতো ধৰ্ম্মবিশ্বাস-মূলক কথাও পৰিত্যাগ কৰিবলৈ বাধ্য হৈছিল। গান্ধীজীয়ে সেই সংস্কাৰবোৰ পাশ্চাত্য সভ্যতাৰ অনুকৰণ হিচাবে কেতিয়াও কৰা নাছিল। তেখেতে হিন্দু সমাজত প্ৰচলিত সেই সময়ৰ কুসংস্কাৰপূৰ্ণ সামাজিক প্ৰথাবোৰৰ সংস্কাৰ সাধন কৰি পবিত্ৰতা পূৰ্ণ জীৱন লাভ কৰিবৰ কাৰণে চেষ্টা কৰিছিল। তেখেতে তেতিয়াৰে পৰাই দৃঢ়তাৰে বিশ্বাস কৰিছিল যে এই বিলাক দোষ গুচাব নোৱাৰিলে হিন্দুজাতি কেতিয়াও সংগঠিত হ'ব নোৱাৰে।

কস্তুৰবায়ে কেনেকৈ জাতিগত আভিজাত্য এৰিবলৈ বাধ্য হৈছিল দক্ষিণ আফ্ৰিকাত থাকোঁতে হোৱা এটা ঘটনাৰ কথা উল্লেখ কৰি গান্ধীজীয়ে আত্মচৰিতত লিখিছে—"ডাৰবানত থাকি ওকালতী কৰোঁতে মোৰ অফিচত দুজন কেৰানী আছিল।

তেওঁলোকক মই নিজ আত্মীয় স্বজনৰ দৰেই ব্যৱহাৰ কৰিছিলোঁ। তেওঁ লোকক নিজ পৰিয়ালৰ মানুহৰ দ'ৰে ব্যৱহাৰ কৰাত কস্তুৰবাই আপত্তি কৰিলে কেতিয়াবা আমাৰ মাজত খৰিয়াল লাগিছিল। সেই খৃষ্টিয়ান জন প্ৰথমতে জাতত "পঞ্চম" ( অস্পৃশ্যজাতি ) আছিল।

আমি থকা বঙ্গলাটো "চাহাবী" ধৰণৰ আছিল। গতিকে ঘৰৰ ভিতৰতে প্ৰস্ৰাৱৰ পাত্ৰ থব লগাত পৰিছিল। এই পাত্ৰবোৰ মেটোৰ বা চাকৰে চাফা কৰা নাছিল। কস্তুৰবা আৰু ময়ে কৰিছিলোঁ। কেৰানী কেজনেও নিজৰ ঘৰৰ দৰে থকাত তেওঁবিলাকৰো নিজে পৰিষ্কাৰ কৰাত আপত্তি নাছিল আৰু হিন্দুজনে কৰিয়েই আছিল। কিন্তু খৃষ্টিয়ানজন নতুনকৈ অহাত পোনতে আমিয়েই পৰিষ্কাৰ কৰিব লগাত পৰিছিল। কস্তুৰবায়ে অস্পৃশ্য জাতিৰ মানুহজনে প্ৰস্ৰাৱ কৰা পাত্ৰ পৰিষ্কাৰ কৰিবলৈ আপত্তি কৰিলে। গতিকে ময়ে যেতিয়া পৰিষ্কাৰ কৰিবলৈ ওলালোঁ সেইটোও তেওঁ সহ্য কৰিব নোৱাৰিলে। মোৰ ভালকৈ মনত পৰে তেওঁৰ মোৰ ফালে কেটাহিকৈ খঙত ৰঙাচকু হুটিৰে চোৱা মুখেৰে খং কৰা আৰু চকুলো টুকি সেই পাত্ৰটো হাতত লৈ চিড়িয়েদি নামি যোৱা। তেওঁ হাঁহি মুখেৰে পাত্ৰটো লৈ যোৱা হেঁতেন হে মই সন্তোষ পালোঁহেতেন। তদুপৰি মই তেতিয়া তেওঁৰ শিক্ষক বুলিও মনত এটা অহঙ্কাৰ আছিল, সেই কাৰণে খং কৰি ময়ো কলোঁ—"মোৰ ঘৰত এনেকুৱা ব্যৱহাৰ মই সহ্য নকৰোঁ।"

মোৰ এই কথাই তেওঁক শেলে বিন্ধাদি বিন্ধিলে। তেৱেঁা তত্তালিকে সেইদৰে উত্তেজিত হৈ উত্তৰ দিলে—"তোমাৰ ঘৰ তোমাতে থাওক—মই ইয়াৰ পৰা গুছি যাওঁ।"

মই আত্মবিস্মৃত হলোঁ আৰু তেওঁৰ হাতত খাপমাৰি ধৰি ঘৰৰ পৰা উলিয়াই বাহিৰ কৰি দিবৰ কাৰণে চিড়িৰ সম্মুখতে থকা দুৱাৰ খনলৈ টানি নিলোঁ। তেতিয়া কস্তুৰবায়ে কলে—"আপোনাৰ লাজ নহব পাৰে, কিন্তু মোৰ আছে। আপুনি অলপ লজ্জিত হোৱা উচিত। মই বাহিৰলৈ গৈ কত থাকিম? ইয়াত মোৰ আই বোপাই নাই—মই কাৰ আশ্ৰয় ল'ম। তিৰোতা হৈ জন্মিলোঁ যেতিয়া আপোনাৰ লাথি-চৰ খায়ো ইয়াতে থাকিবই লাগিব। এতিয়া আপোনাৰ অলপ জ্ঞান আহক, দুৱাৰখন বন্ধ কৰি দিয়ক! এনে দৃশ্য আনে দেখা বৰ লাজৰ কথা হ'ব।"

এনে কথাত গান্ধীজীৰ চৈতন্য হ'ল; তেওঁ নিজৰ ত্ৰুটী বুজিব পাৰিলে। তেওঁ ভাবিবলৈ বাধ্য হল—যদিহে মোৰ তিৰুতাই মোক এৰিব নোৱাৰে, মই তেওঁক কেনেকৈ এৰিম। শেষত তেওঁ এই বিষয়ৰ মোখনি মাৰি লিখিছে—"মোৰ পৰিবাৰৰ ( কস্তুৰবাৰ ) অসামান্য ধৈৰ্য্য গুণ আছিল আৰু আমাৰ মাজত হোৱা খাৰিয়ালবোৰত মই দেখিছোঁ তেঁৱেই জয়ী হৈছিল। আমাৰ মাজত হোৱা এই খৰিয়ালবোৰ নিতান্ত ক্ষণস্থায়ী আছিল। তাৰ ভাল ফল স্বৰূপে সংশোধিত হৈ আমাৰ দুয়োৰে মাজত সন্ধি স্থাপিত হৈছিল।"

এই ঘটনাৰ পৰাই আমি গান্ধীজীৰ বিবাহিত জীৱনৰ গৃহস্থালিৰ আভাস পালোঁ। আন বস্তুতো কথাত এনে ঘাত-প্ৰতিঘাত হোৱা একো অস্বাভাৱিক নহয়। কিন্তু কস্তুৰবাৰ এনেকুৱা যে তেওঁ হিন্দু-পৰিবাৰৰ দৰে বাধ্য কিন্তু তেওঁ স্বামীৰ ভুল দেখুৱাই দিবলৈকো কুণ্ঠা বোধ কৰা নাছিল। উক্ত ঘটনাতো দেখা যায় কস্তুৰবায়ে গান্ধীজীৰ ওচৰত ক্ষমা বিচৰা নাই, কাৰণ তেওঁ জানে যে তেওঁ কোনো অন্যায় কাম কৰা নাই। বৰং সাহসেৰে সৈতে তেওঁৰ স্বামীৰ ভুললৈ আঙুলিয়াই দি তেওঁকহে লাজত পেলাইছিল। এয়ে হৈছে প্ৰকৃত "অহিংসাৰ" উদাহৰণ। কস্তুৰবাৰ পৰাই গান্ধীজীয়ে এইদৰে "অহিংসাবাদ" নীতিৰ সৌন্দৰ্য্য আৰু উপকাৰিতা ক্ৰমে উপলব্ধি কৰিবলৈ ধৰিলে। এয়ে ক্ৰমে গান্ধীজীৰ মনত অহিংস-নীতিৰ ৰূপ দিবলৈ ধৰিলে। এইদৰেই ক্ৰমে তেওঁৰ জীৱনৰ পৰিৱৰ্ত্তন হৈ আহিলেও তেওঁ ১৯০৬ চনত যেতিয়া "ব্ৰহ্মচৰ্য্য" ব্ৰত গ্ৰহণ কৰিলে তেতিয়াহে ইয়াৰ মহত্ব সম্যক উপলব্ধি কৰিব পাৰিলে।

বুৱাৰ যুদ্ধ আৰম্ভ হোৱাৰ লগে লগে জোহান্সবাৰ্গৰ পৰা (সি বুৱাৰৰ দেশ) দুজন ইংৰাজ থিয়োসফিষ্ট আহি মহাত্মা গান্ধীৰ ঘৰত আশ্ৰয় লৈছিল। গান্ধীজীহঁত থকা ঘৰতো ডাঙৰ নাছিল। এই আলহীদুজনক ৰাখিব লাগিলে ঘৰৰ আঁৰবেৰ নাথাকে। ৰাখিব নোৱাৰি সিমান সৰু ঘৰত। অথচ তেনে মুকলিকৈ কস্তুৰবা থকাৰ অভ্যাস নাই। তথাপি স্বামীৰ

কথাত চকুৰ পানী পেলায়ো সেই অৱস্থা মানি লবলৈ বাধ্য হৈছিল।

ভাৰতীয় সকলৰ এটি অপবাদ আছিল যে স্বাৰ্থৰ বাহিৰে কোনো টান কাম তেওঁবিলাকে কৰিব নোৱাৰে। গান্ধীজীয়ে এই অপবাদ দূৰ কৰিবৰ কাৰণে বুয়াৰ যুদ্ধৰ সময়ত ইংৰাজৰ পক্ষৰহে এটা শুশ্ৰূষাকাৰী দল গঠন কৰিলে; সেই দলৰ সহায়েৰে মহাত্মা গান্ধীয়ে অসম সাহসিকতাৰে সৈতে যুদ্ধত আহত সৈন্য সকলক যুদ্ধক্ষেত্ৰৰ পৰা উদ্ধাৰ কৰি আনি শুশ্ৰূষা কৰি যথেষ্ট সুনাম অৰ্জ্জন কৰিছিল। যুদ্ধৰ শেষত এই দল ভাঙ্গি দিয়া হ'ল। তাৰ পিচত ভাৰতীয় সকলৰ প্ৰতি কৰ্ত্তব্যৰ ভাৰ শ্ৰীমনসুখলালৰ ওপৰত অৰ্পণ কৰি গান্ধীজী ভাৰতবৰ্ষলৈ আহিবলৈ মন কৰিলে।

গান্ধীজী সপৰিবাৰে ভাৰতবৰ্ষলৈ উভটি আহিব বুলি জানি দক্ষিণ আফ্ৰিকাবাসী ভাৰতীয় সকলে তেখেতক বিদায় অভিনন্দন জনাবলৈ এখন সভা পাতে। তাতে উভয়কে সোণ, ৰূপ, হীৰা প্ৰভৃতিৰ নানা বস্তু আৰু অলঙ্কাৰ উপহাৰ দিয়ে। কস্তুৰবাক সুকীয়াকৈ এডাল ৫০ গিণিৰ সোনৰ হাৰ উপহাৰ দিছিল। গান্ধীজীয়ে বুজিছিল যে তেওঁবিলাকে ভাৰতীয় সকলৰ স্বাৰ্থ ৰক্ষাৰ বাবে যি যৎসামান্য সেৱা কাৰ্য্য কৰিছে তাৰ বাবেই এই উপহাৰ। এনে উপহাৰ গ্ৰহণ কৰিলেও তাক নিজে ব্যৱহাৰ কৰিব নাপায়। সেৱাৰ বিনিময়ে কিবা গ্ৰহণ কৰিলে, নিজৰ কাৰণে সেৱাৰ মহত্ব কমি যায়। সেই কাৰণে সেই উপহাৰবস্তু

বস্তু বিলাক ভাৰতীয় সকলৰ উপকাৰৰ কাৰণে ট্ৰষ্টী গঠন কৰি তেওঁবিলাকৰ ওচৰতে গচ্ছিত থবলৈ মনস্থ কৰিলে। কিন্তু গান্ধীজীয়ে এই বিষয়ে কস্তুৰবাৰো মতামত জনা উচিত বুলি বিবেচনা কৰিলে; বিশেষতঃ কেপদমান অলঙ্কাৰ তেওঁকো উপহাৰ দিয়া হৈছিল। লৰাহঁত গান্ধীজীৰ প্ৰস্তাৱত সহজে মান্তি হ'ল। কিন্তু এই কথাত কস্তুৰবায়ে আপত্তি কৰিলে। তেওঁ ক'লে—"গহনা মোক নালাগে, মোক আপুনি বৈৰাগী কৰিছেই। কিন্তু, ভবিষ্যতে বোৱাৰীহঁতৰ কাৰণে এই গহনা মোক লাগে। সিহঁতক আপনি বঞ্চিত কৰিব নোৱাৰে।" গান্ধীজীয়ে ক'লে—"মই কুমাৰী ছোৱালী বিয়া নকৰাওঁ, মোৰ বোৱাৰীহঁত চৌখিন নহব—গতিকে গহনাৰ বিশেষ দৰকাৰ নহব। তদুপৰি লৰাহঁত ডাঙৰ হ'ব। সিহঁতে গহনা লাগিলেও দিব পাৰিব। মইতো থাকিমেই—গহনা লাগিলে মোক ক'বা।"

কস্তুৰবায়ে ততালিকে উত্তৰ দিলে—"আপোনাক কম গহনাৰ কথা? ইতিমধ্যে মই আপোনাক চিনি পোৱা নাই হবলা? আপুনি বোৱাৰীয়েকহঁতক গহনা কৰাই দিব? এতিয়াৰ পৰাই সঁহাহঁতক "সাধু" বনাইছেই! নহব, নহব, গহনা ঘুৰাই দিয়া নহব! বিশেষতঃ মোক দিয়া গহনা ঘুৰাই দিবৰ আপোনাৰ কি অধিকাৰ আছে?" গান্ধীজীয়ে কলে—"গহনানো তুমি পালা কেনেকৈ? মোৰ জহতহে, মোৰ সেৱা কাৰ্য্যৰ বাবেহে।" কস্তুৰবায়ে ক'লে—"হ'ব পাৰে। কিন্তু

আপুনি কৰা সেৱাকাৰ্য্য মই কৰাৰ তুল্য। মই দিনে-ৰাতিয়ে পৰিশ্ৰম কৰি আপোনাৰ ঘৰ চলোৱাৰ বাবেহে আপুনি সেৱাকাৰ্য্য কৰিবলৈ আহৰি বা সুবিধা পাইছিল। সেইয়া সেৱা নহয়নে ?"

এইদৰে তৰ্ক-বিতৰ্ক হলে'ও গান্ধীজীয়ে শেহত ৰহুত বুজাই বৰাই কস্তুৰবাৰ সম্মতি আদায় কৰিলে আৰু সেইমতে ১৮৯৬ চনৰ পৰা ১৯০১ চনলৈকে যিমানবোৰ উপহাৰ পাইছিল, সেই সকলোখিনি ট্ৰষ্টীৰ হাতত গচ্ছিত থলে। এই টকাৰ পৰা প্ৰয়োজন হ'লে জনসেৱাৰ কাৰ্য্য চলোৱা হয় আৰু বিপদৰ সময়ত আজিকোপতি এই টকাৰ পৰাই কেইবাবাৰো জনকল্যাণ কাৰ্য্য চলোৱা হৈছে।

ভাৰতলৈ ঘুৰি আহি গান্ধীজীয়ে বোম্বাই চহৰৰ গীড় গাওঁত ঘৰ ভাড়া কৰি লৈ ওকলিতী আৰম্ভ কৰিলে। এই সময়তে তেওঁৰ দ্বিতীয় পুত্ৰ মণিলালৰ টাইফয়েদ জ্বৰ হয়। ডাক্তৰে খাদ্য হিচাবে মুৰগীৰ কণী আৰু চুৰুহা দিবলৈ কলে। গান্ধী পৰিবাৰত সামিষ অচল। তেনে খাদ্য খালে পতিত হ'ব লাগে বুলি উভয়ৰে ধাৰণা, অথচ তেনে খাদ্য নিদিলেও ডাক্তৰৰ মতে জীৱনৰ সংশয়। তথাপি কস্তুৰবায়ে তেনে খাদ্য দিবলৈ সন্মত নহল। গান্ধীজীয়ে নিজে জলচিকিৎসা * আৰম্ভ কৰি পুতেকৰ চিকিৎসাৰ ভাৰ নিজ হাতত ললে। সেই চিকিৎসালৈ

* জল চিকিৎসা—অকল পানীৰ দ্বাৰা চিকিৎসা। গান্ধীজীৰ "স্বাস্থ্যৰক্ষা" পুথিখন চাওক। তাত যথেষ্ট আভাস পাব।

যোৱাটো যিমান সঙ্কটজনক হলেও ঈশ্বৰবিশ্বাসী কস্তুৰবায়ে তাতেহে মত দিলে । সচাঁকৈয়ে ভগবানৰ কৃপাত জলচিকিৎসাত সুফল ফলিল । যথা সময়ত মণিলাল ৰোগমুক্ত হ'ল ।

বোম্বাইত গান্ধীজীৰ সৰহ দিন থকা নহল । দক্ষিণ আফ্ৰিকাৰ পৰা জৰুৰী তাঁৰৰ বাতৰি পাই তেওঁ আকৌ অকলে দক্ষিণ আফ্ৰিকালৈ ৰাওনা হল । এইবাৰ অলপ দিনতে ঘূৰি আহিব বুলি লৰা-তিৰোতা লগত লৈ নগল । এইবাৰ মাতি পঠোৱাৰ কাৰণ আছিল—লৰ্ড চেম্বাৰলেন দক্ষিণ আফ্ৰিকালৈ আহিবৰ কথা । তেখেতৰ আগত ভাৰতীয় সকলৰ আপত্তি বিলাক দাঙ্গি ধৰি প্ৰতিকাৰ বিচৰা । পোনতে জোহান্সবাৰ্গলৈকে আহিব কাৰণে গান্ধীজীয়েও তাতে ঘৰ ভাড়া কৰি ওকালতী আৰম্ভ কৰি দিলে । তেখেতে সহজে বুজিছিল যে এই বাৰ ইয়াত থাকিলেহে ভাৰতীয় সকলৰ স্বাৰ্থ ৰক্ষা পৰিব । এই সময়তে গান্ধীজীৰ অকৃত্ৰিম সেৱা ভাৱ ক্ৰমে বৰ্দ্ধিত হয় । নিজে আন আন কামত লিপ্ত থাকিবলৈ যথেষ্ট মানুহ নিয়োগ কৰিছিল । জাৰ্ম্মান আৰু কোনো কোনো ইউৰোপীয় লোকেও গান্ধীজীৰ এনে নিস্বাৰ্থ সেৱা কাৰ্য্য দেখা পাই তেখেতৰ প্ৰতি আকৃষ্ট হৈছিল । নিজ ব্যৱসায়ৰো যথেষ্টৰূপে প্ৰসাৰিত হৈছিল ।

অলপ দিনৰ পিচতে তাত প্লেগ বেমাৰে দেখা দিলে । এই সাংঘাটিক আৰু সংক্ৰামক ৰোগ উৎপত্তি হল কোনো এক কুলি বস্তিত । তালৈ কোনো মানুহ যাবলৈ নাৰাজ ।

শুশ্রূষাৰ কথাই নাই। সেই কাৰণে গান্ধীজীয়ে নিজৰ অফিচৰ দুজন কেৰানী, এজন ভাৰতীয় খৃষ্টান ডাক্তৰ আৰু আন এজন ডাক্তৰ লগত লৈ নিজে সেৱা কাৰ্য্য কৰিবলৈ লাগি গ'ল। এই সময়তে তেখেতৰ পৰবৰ্ত্তী কালৰ বিশ্বস্ত সহায় হেনৰি পোলাকৰ লগত দেখা হয়। গান্ধীজীয়ে তাৰ কাম শেষ কৰাৰ লগে লগে ট্ৰান্সভাললৈ যাবৰ কথা। ট্ৰেইনত পঢ়িবৰ কাৰণে হেন্‌ৰি পোলাকে গান্ধীজীক ৰাস্কিনৰ বিখ্যাত কিতাপ "আনটু দি লাষ্ট" খন দিয়ে। গান্ধীজীয়ে সেই কিতাপ খন পঢ়ি ইমান মোহিত হৈছিল যে, ৩০০ মাইল বাট ২০ ঘণ্টাৰ ভিতৰত আহি ষ্টেশন পালে তথাপি একো কবকে নোৱাৰে। কিন্তু ইউৰোপীয় সকলৰ চক্ৰান্তত গান্ধীজীক তাত নামিবলৈকে নিদিলে।

যি হওক এই কিতাপখন পঢ়ি গান্ধীজীয়ে নতুন জীৱন লাভ কৰিলে। ইয়াৰ নতুন ভাবে তেওঁৰ জীৱনত ৰেখাপাত কৰিলে। এতিয়াৰ পৰাই তেওঁৰ নতুন জীৱনৰ সূচনা আৰম্ভ হ'ল। তেওঁ বুজি পালে যে এজন উকীল আৰু কুলিৰ জীৱনৰ মূল্য সমান গতিকে তেওঁবিলাকৰ জীৱিকা উপাৰ্জ্জনৰ মূল্যও কাতোকৈ কম হোৱা উচিত নহয়। অৰ্থাৎ সমান হবৰ অধিকাৰ আছে। খেতিয়ক শ্ৰেণীয়েই জাতিৰ মেৰুদণ্ড। তেওঁবিলাকৰ উন্নতি নহলে জাতিৰ উন্নতি হব নোৱাৰে।

ভাৰতীয় সকলৰ স্বাৰ্থ ৰক্ষাৰ বাবে দক্ষিণ আফ্ৰিকাৰ বেলেগ বেলেগ ঠাইত 'কংগ্ৰেছ' সভা স্থাপন কৰিলে। তাৰ যোগেই অন্যায়ৰ বিৰুদ্ধে প্ৰতিবাদ প্ৰথমতে আৰম্ভ হল। তদুপৰি

গান্ধীজীয়ে দেখিলে যে এখন বাতৰি কাকত নহ'লে আন্দোলন চলোৱা টান হ'ব। সেই দেখি তেওঁ সেই সময়তে "ইণ্ডিয়ান অপিনিয়ন" নাম দি এখন কাকত চলাবলৈ ধৰিলে। তাত গান্ধীজীয়ে নিজৰ উপাৰ্জ্জনৰ সৰহ টকাকে খৰচ কৰিছিল। সেই কাগজ চলাওঁতে তেতিয়া বহুতো লোকচান হৈছিল। গান্ধীজীয়ে এতিয়া চিন্তা কৰিবলৈ ধৰিলে কি উপায়ে কাগজখন ৰখা যায় লোকচানৰ ওপৰত ? বিশেষতঃ এতিয়া তেওঁ "আনটু দি লাষ্ট" কিতাপৰ আদর্শ কেনেকৈ জীৱন ক্ষেত্ৰত ৰূপ দিব, চিন্তা কৰিবলৈ ধৰিলে। তেওঁ কেজনমান বন্ধুৰে পৰামৰ্শ কৰি ফিনিক্সত এখন পাম ( কলোনি ) স্থাপন কৰিবলৈ মন কৰিলে। ডাৰৱানৰ ওচৰতে সেই ঠাই, ৰেলেদি পিচৰ ষ্টেচনটো। তাৰ মাটি-বাৰী নিজৰ টকাৰে কিনিলে। ঘৰবাৰী কৰাবলৈ ধৰিলে। ছাপাখানাও তালৈ আনিলে। এইটো স্থিৰ হ'ল যে যি সকলে তাত বাস কৰিব তেওঁলোক সকলোৱেই খেতি কৰিব লাগিব। সকলোৱেই জীৱন-ধাৰণৰ কাৰণে একান্ত প্ৰয়োজনীয় টকা মাথোন গ্ৰহণ কৰিব আৰু বাকী টকা "ইণ্ডিয়ান অপিনিয়নৰ" কাৰণে খৰচ কৰা হ'ব। ইহাত সকলোৰে মাহিলি বৃত্তি স্থিৰ হ'ল ৩ পাউণ্ড (=৪৫ টকা)। ১৯০৪ খৃঃ ত এই কলোনি বা পাম স্থাপিত হয়। সেই পাম এতিয়াও চলিছে আৰু তাৰ আদর্শ এতিয়ালৈকে ৰক্ষিত হৈ আছে।

অলপ দিনলৈ মাথোন ইয়ালৈ আহিও গান্ধীজী নানা ভাবে নানা কামত জড়িত হৈ পৰিল। এতিয়াৰ পৰাই তেওঁ ইউৰোপীয়

ধৰণৰ চাল-চলন পৰিত্যাগ কৰিলে। নিজ জাতীয় ধৰণে সহজ সৰল ভাবে জীৱন-যাপন কৰিবলৈ ধৰিলে। যেতিয়া দেখা পালে যে ইয়াত আৰু কিছুদিন বাস কৰিব লাগিব তেতিয়া তেওঁ আকৌ ভাৰতলৈ গৈ নিজ পৰিবাৰক লৈ আহিল।

ফিনিক্সত থকা মেলাৰ ধৰণ-কৰণ অতি সাধা-সিধা ধৰনৰ কৰা হৈছিল! এনে কি তাৰ ব্যবহাৰৰ কাৰণে আটা আৰু গম আনি নিজে ভাঙ্গি লৈছিল। তাৰ বাবে তাত যাঁত পাতি লোৱা হৈছিল। কস্তুৰবা আহি ৰান্ধনি ঘৰৰ ভাৰ ল'লে। তেওঁ নিজ হাতে মাজে মাজে গম ভাঙ্গি আটা তৈয়াৰ কৰি লৈছিল। ঘৰ-বাৰী, পায়খানা প্ৰভৃতি যাতে চাফ্ চিকণ হৈ থাকে সেই ফালেও তেওঁ বিশেষ দৃষ্টি ৰাখিছিল।

এই সময়তে গান্ধীজীয়ে আহাৰত সংযম আৰম্ভ কৰিছিল! তেওঁ গৰু গাখীৰ খাবলৈ পৰ্য্যন্ত এৰি দিছিল; কাৰণ গুৱালে গৰুক কষ্ট দিয়ে। তেওঁ অকল ফল-মূল খায়েই আছিল। মাজে মাজে উপবাস কৰি উপকাৰ পাইছিল আৰু স্ত্ৰীৰ লগতো সংযত হবলৈ এতিয়াৰ পৰাই চেষ্টা কৰি ব্ৰহ্মচৰ্য্যৰ আস্বাদ লাভ কৰিছিল। এতিয়াৰ পৰাই তেওঁ ৰাকসংযমো আৰম্ভ কৰিছিল। তেতিয়া তেওঁৰ হৃদয়ত অপূৰ্ব্ব সেৱা ভাৱ জাগ্ৰত হৈছিল।

ব্ৰহ্মচৰ্য্য ৰক্ষাৰ পূৰাপূৰি আস্বাদ তেতিয়াও গান্ধীজীয়ে পোৱা নাছিল তাৰ শক্তিৰ ব্যাপকতা সম্পৰ্কে তেওঁৰ তেতিয়াও সম্যক উপলব্ধি হোৱা নাই। এনেতে বিধাতাই যেন এটা সুযোগ উপস্থিত কৰিলে। নাটালত জুলু নামে এটা নিগ্ৰো জাতি থাকে।

নাটাল চৰকাৰে জুলু বিলাকে ৰিদ্রোহ কৰিছে বুলি সিহঁতৰ বিৰুদ্ধে এটা অভিযান আৰম্ভ কৰিলে। আহত বিদ্রোহী জুলু বিলাকক চোৱা চিতা, সেৱা-শুশ্রূষা কৰিবলৈ কোনোৱেই নাছিল। সেই কাৰণে গান্ধীজীয়ে বৃটিচ চৰকাৰৰ সন্মতিক্রমে এটা স্বেচ্ছাসেৱকবাহিনী লগত লৈ তেওঁ বিলাকৰ সেৱাৰ কাৰণে আগ বাঢ়িল। নিজৰ পৰিবাৰক ফিনিক্সলৈ পঠিয়াই দিলে আৰু ডাৰবানৰ ঘৰ উঠাই দিলে।

তেওঁ জুলু বিলাকৰ ওচৰলৈ গৈ দেখে যে সি যুদ্ধও নহয়, বিদ্রোহ দমনো নহয়, কেৱল কোনো অভিসন্ধিৰ কাৰণে নৰহত্যা মাথোন। তেওঁ প্ৰথমতে যিবোৰ আহত মানুহ পালে দেখিলে সেইবোৰৰ ঘাবোৰ পচি বেয়া গোন্ধ ওলাইছে; কোনেও সিহঁতৰ ওচৰলৈ নাযায় শুশ্রূষাৰ কথা দূৰতে থাওক। সেইবোৰ নিগ্রো আছিল। বিপক্ষৰ লগলৈ যায় বুলি বেত দিয়াত সেইবোৰ ঘাঁ হৈ পচি উঠিছিল। যিহওক গান্ধীজীয়ে সিহঁতৰ শুশ্রূষাৰ ভাৰ লৈ কাম আৰম্ভ কৰি দিলে। তেওঁৰ অন্তৰত সেৱাৰ সুযোগ পাই আনন্দ! তাৰ পিচত আহত জুলু বিলাকক লৈ প্রায়েই তেওঁ ২০।২৫ মাইল বাট খোজ কাঢ়িব লগাত পৰিছিল। জুলু বিলাকৰ গাওঁ ৰহুত আঁতৰে আঁতৰে থকাত মাজত বহুত মুকলি ঠাই। গান্ধীজীয়ে এনে মনোৰম মুকলি ঠাইত কেতিয়াবা আহত লোক নোহোৱাকৈ যোৱাত মনলৈ বহুত ভাৱ আহিছিল। সেই ভাবাবেগত তেওঁ বুজিছিল সেৱা কাৰ্য্যত ৰত থাকিবৰ হলে ব্ৰহ্মচৰ্য্য ব্ৰত পালন কৰিবৰ নিতান্ত

প্ৰয়োজন। আত্মজীৱনীত গান্ধীজীয়ে লিখিছে—"এনে ধৰণৰ সেৱাৰ সুযোগ মোৰ হয়তো ক্ৰমে বেছি কৰি উপস্থিত হব পাবে ; কিন্তু মই যদি ভোগবিলাস, সন্তান উৎপাদন আৰু সম্পত্তি ৰক্ষা প্ৰভৃতি কাৰ্য্যত নিযুক্ত থাকোঁ তেন্তে মোৰ সেৱাকাৰ্য্য কেতিয়াও সম্পূৰ্ণ হব নোৱাৰে। দুই নাৱত দুখন ভৰি দিয়া মোৰ দ্বাৰা হব নোৱাৰে। যদি এই সময়ত মোৰ পত্নী গৰ্ভৱতী থাকিল হেঁতেন তেতিয়াহলে এনে নিশ্চিন্ত মনে মই সেৱা কাৰ্য্যত নিজক নিয়োগ কৰিব নোৱাৰিলোহেঁতেন। ব্ৰহ্মচৰ্য্য পালন কৰিলে বিবাহিত হলেও, সমাজ সেৱাৰ বিৰোধী নহব। এনেদৰে বিচাৰ কৰি ব্ৰত গ্ৰহণ কৰিবৰ কাৰণে অধীৰ হলোঁ। তাৰ বাবে মনলৈ একপ্ৰকাৰ আনন্দ উপস্থিত হ'ল, মোৰ উৎসাহ বাঢ়িল। কল্পনাত সেৱাৰ ক্ষেত্ৰ বহুতো বহলাই ললোঁ।"

গান্ধীজী মাথোন ছয় সপ্তাহ সময় আহত জুলুসকলৰ সেৱা কাৰ্য্যত থাকিব লগা হৈছিল। তাৰ পৰা ঘূৰি আহি গান্ধীজী এজন নতুন মানুহ। ফিনিক্সত থকা মিঃ পোলক বা মিঃ ওয়েষ্টক গান্ধীজীয়েই বিয়া কৰোৱাই দিছিল। এতিয়া সেই গান্ধীজীয়েই তেওঁ বিলাকক ব্ৰহ্মচৰ্য্য পালন সম্পৰ্কে উৎসাহ দিবলৈ ধৰিলে।

প্ৰকৃততে বিবাহিত জীৱনত ব্ৰহ্মচৰ্য্য ব্ৰত পালন কৰা সহজ কথা নহয়। গান্ধীজীয়ে আত্মজীৱনীত ইয়াৰ বিবৰণ দিছে। তাত দেখা যায় তেওঁৰ দৰে এজন পুৰুষ সিংহয়ো কিমানখিনি

যত্ন আৰু মনোবল লাভৰ পিচতহে এই ব্ৰত সম্পূৰ্ণৰূপে গ্ৰহণ কৰিবলৈ সক্ষম হৈছে। ১৯০৪ চনৰ পৰা ১৯০৬ চনৰ মাজামাজি সময়তহে স্বামী স্ত্ৰী উভয়ে এই ব্ৰত গ্ৰহণ কৰিব পাৰিছে। গান্ধীজীয়ে আত্মজীৱনীত নিজে লিখিছে— "কস্তুৰবা আসঙ্গলিপ্সাৰ পৰা মুক্ত আছিল। তেওঁৰ মনোবল যথেষ্ট। তেওঁ কেতিয়াও মোক বিপথগামী কৰিবলৈ চেষ্টা কৰা নাই। মই মনোবল বান্ধিব পাৰিলেই আমাৰ ব্ৰত পালনত বাধা নাছিল।"

এই মনোবল ৰান্ধিবলৈকো ভগবানে শেষ সূচনা দিলে। দক্ষিণ আফ্ৰিকাত থকা অৱস্থাত গান্ধীজীৰ দুটি সন্তান জন্মে। শেষৰটি সন্তান—শ্ৰীদেৱদাস গান্ধী। এই সন্তানটি হবৰ সময়ত গান্ধীজীয়ে নিজে ডাক্তৰ বা ধাইৰ কাম কৰিব লগীয়া হৈছিল। ফিনিক্সত ওচৰত তেতিয়া কোনো ডাক্তৰ বা ধাই পোৱা সম্ভৱ নাছিল। দক্ষিণ আফ্ৰিকাত শিক্ষিতা ধাই পোৱা নাযায় বুলি ভাগ্যে গান্ধীজীয়ে সেই কাম আগতে শিকি ৰাখিছিল। তেৱেঁই নিৰাপদে সন্তান প্ৰসৱ কৰালে। তাৰ পিচৰ পৰাই ব্ৰহ্মচৰ্য্য পালন কৰিবৰ কাৰণে ব্ৰত গ্ৰহণ কৰিবলৈ দৃঢ়তা অৱলম্বন কৰিলে। যেতিয়া গান্ধীজীয়ে স্থিৰ কৰিলে যে আৰু সন্তান লাভৰ প্ৰয়োজন নাই—তেতিয়াৰ পৰাই আত্ম-সংযম আৰম্ভ কৰিলে। প্ৰথমতে টান পালেও শেষত কৃতকাৰ্য্য হল। কস্তুৰবাৰ সন্মতিত তেওঁ ১৯০৬ খৃঃ ব্ৰহ্মচৰ্য্য ব্ৰত গ্ৰহণ কৰিলে।

গান্ধীজীৰ কথা মতেই দেখা যায় কস্তুৰবাৰ আত্ম-ত্যাগ

নোহোৱা হলে তেওঁ প্ৰকৃত ব্ৰহ্মচাৰী হব নোৱাৰিলে হেঁতেন। তেতিয়া কস্তুৰবাৰ বয়স ৩৮ বছৰ মাথোন। এতিযাৰ পৰাই দুয়ো বৰং প্ৰকৃত মিলনৰ পথত আগুৱাবলৈ ধৰিলে। আগতে তাত যিবোৰ বাধা আছিল সি ক্ৰমে তিৰোহিত হল। গান্ধীজীয়ে লিখিছে—"তোতিয়াৰ পৰাহে আমি উভয়ে উভয়ক ভালদৰে বুজিবৰ অৱকাশ পালোঁ।" কস্তুৰবায়ে নিজৰ স্বামীৰ অন্তৰৰ প্ৰেৰণা নিজৰ স্বাভাবিক বুদ্ধিতেই আপোন কৰিলৈ নিজ ইচ্ছাৰে তেওঁৰ স্বামীৰ সকলো কৰ্ম্ম প্ৰচেষ্টাৰ সহকাৰিণী হৈ উঠিল। আমি এইটো মনত ৰাখিব লাগিব যে যি জনৰ জীৱনৰ গতি ক্ৰমে পৰিৱৰ্ত্তিত হৈ শেষত "মহাত্মা" উপাধিৰে ভূষিত হয় তেনে জগৎবৰণ্যে পুৰুষৰ সহধৰ্ম্মিণী হোৱাও সহজ কথা নহয়। ইয়াৰ যোগ্যতাতে মহত্ত্ব লুকাই আছে।

ব্ৰহ্মচৰ্য্যত প্ৰতিষ্ঠা লাভ কৰি মহাত্মাই তাৰ মহত্ত্ব ক্ৰমে উপলব্ধি কৰিবলৈ ধৰিলে। তেওঁ মত প্ৰকাশ কৰিলে যে—"ব্ৰহ্মচৰ্য্য বিনা জীৱন অসাৰ, নীৰস আৰু পশুতুল্য। ব্ৰহ্মচৰ্য্যৰ মহিমা সম্বন্ধে আগেয়ে ধৰ্ম্মপুথি বা শাস্ত্ৰত পঢ়ি সেইবোৰ অতি-ৰঞ্জিত কথা বুলি ভাবিছিলোঁ; কিন্তু এতিয়া দেখিছোঁ সেই আটাইবোৰ কথাই যথাৰ্থ। সেই সকলো বিলাকেই যে অভিজ্ঞতাৰ ফল এই কথা এতিয়া মোৰ দিনে দিনে স্পষ্ট হৈ আহিছে। ব্ৰহ্মচৰ্য্যৰ আৰম্ভ শাৰীৰিক সংযমৰ পৰা; কিন্তু ই অকল শাৰীৰিক বস্তু নহয়। ইয়াক সহজে লাভ কৰিব নোৱাৰি। স্বপ্নতো মনোবিকাৰ ঘটিলে ব্ৰহ্মচৰ্য্য অপূৰ্ণ হৈ আছে

বুলি বুজিব লাগিব। ব্ৰহ্মচৰ্য্যৰ সম্পূৰ্ণতা প্ৰভুৰ প্ৰসাদতহে আহিব পাৰে।”

এইদৰে যোগ্যতা লাভ কৰাৰ পাচৰ পৰাই গান্ধীজীয়ে জীৱনান্ত কাললৈকে যেন সত্যাগ্ৰহৰ যোদ্ধা হবৰ কাৰণে ভগবানৰ পৰা আহ্বান আহিল। গান্ধী-কস্তুৰবাৰ জীৱনত এতিয়াৰ পৰা সত্যাগ্ৰহ কৰা বা সত্যপালন কৰাৰ বাহিৰে আন কোনো কাম বাকী নাথাকিল।

জুলু বিদ্ৰোহ শেষ নৌ হওঁতেই জোহান্সবাৰ্গৰ পৰা তেওঁলৈ খবৰ আহিল যে শীঘ্ৰে তেখেত তালৈ ঘূৰি আহিব লাগে। কাৰণ চৰকাৰে আকৌ এখন সাংঘাটিক আইন কৰিব খুজিছে। তাৰ কাম শেষ হলতে গান্ধীজী জোহান্সবাৰ্গলৈ ঘূৰি গল। বাতৰি কাকতত সেই আইনৰ খচৰা খন দেখি তেওঁ বিচূৰ্ত্তি হল।

সেইখন যাতে আইনত পৰিণত কৰা নহয় তাৰ বাবে গভৰ্ণমেণ্টক বহুতো অনুনয় বিনয় কৰিলে। কিন্তু সকলো নিষ্ফল হ'ল। গভৰ্ণমেণ্টে সেই আইন পাছ কৰিলে। তাৰ মতে ট্ৰান্সভাললৈ ভবিষ্যতে নতুন আৰু কোনো ভাৰতীয় আহিব নোৱাৰিব। বৰ্ত্তমানে তাত যি সকল ভাৰতীয় মানুহ আছে সকলোৰেই নাম ৰেজিষ্ট্ৰি কৰিব লাগিব। নকৰিলে জেল, জৰুমনা আৰু দেশান্তৰ পৰ্য্যন্ত কৰা যাব পাৰিব। এনে অপমানজনক আইন মানিবলৈ তাৰ ভাৰতবাসীসকল অমান্তি হল। গান্ধীজীয়ে সত্যাগ্ৰহৰ নেতৃত্ব গ্ৰহণ কৰিলে। নাম ৰেজিষ্ট্ৰি

নকৰা বাবে মানুহ জেললৈ যাবলৈ ধৰিলে। শেষত বহুতক নানা ক্ষতি স্বীকাৰ কৰাই ভাৰতলৈ খেদাই দিছিল অৰ্থাৎ বলেৰে জাহাজত তুলি লৈ আহি ভাৰতবৰ্ষত নমাই দিছিল। সেৰা তিৰোতা ধন-বস্তু য'ৰ বস্তু ততে পৰি থাকিল। এই আন্দোলনৰ নাম প্ৰথমতে দিছিল Passive resistance. শেষত গান্ধীজীয়ে সত্যাগ্ৰহ নাম দিয়ে। পোনতে ভাৰতীয় সকলে যিমান দুঃখ কষ্ট সহ্য কৰিলেও শেষত এই সত্যাগ্ৰহৰে * জয় হল। সত্যৰ কাৰণে যিমান হলেও দুঃখ কষ্ট আৰু অপমান সহ্য কৰিম, কিন্তু প্ৰতিশোধ নলওঁ,—এয়েতো সত্যাগ্ৰহ নীতি।

সত্যাগ্ৰহ আৰম্ভ কৰি অলপ মানুহ জেললৈ যাওঁতেই দক্ষিণ আফ্ৰিকাৰ প্ৰধান শাসনকৰ্ত্তা জেনেৰেল স্মাট্‌সে গান্ধীজীৰ লগত এটা আপোছ কৰিলে। কিন্তু সেই আপোছৰ চুক্তি তেওঁবিলাকেই ( গভৰ্ণমেণ্ট পক্ষই) ভঙ্গ কৰাত আকৌ সত্যাগ্ৰহ আৰম্ভ হল। এইবাৰ চৰকাৰে দমন-নীতি আৰু প্ৰবলভাবে চলাইছিল।

ভাৰতীয় সকলৰ পক্ষে অপমানজনক যিবোৰ বিধিব্যবস্থা প্ৰৱৰ্ত্তিত হৈছিল তাৰ ভিতৰত মাইকী মানুহৰ পক্ষে অসহনীয় বিধান এটাও কৰা হৈছিল। সেই আইনৰ মতে যিবোৰ বিবাহ

* "দক্ষিণ আফ্ৰিকাৰ সত্যাগ্ৰহ" কিতাপত ইয়াৰ বাহুল্য বৰ্ণনা দিয়া আছে। কেনেকৈ ভাৰতীয় সকলৰ সম্মানবোধ ক্ষুন্ন কৰিবলৈ ইউৰোপীয় সকলে ষড়যন্ত্ৰ কৰিছিল তাতহে পাব। ইয়াত উল্লেখ কৰা হ'ল মাথোন।

ৰেজিষ্ট্ৰি নহৰ, সেইবোৰ গোটেই দক্ষিণ আফ্ৰিকাৰ পক্ষেই অসিদ্ধ। হিন্দু, পাৰ্চী বা মুছলমান সমাজৰ প্ৰথা অনুসাৰে যিবোৰ বিবাহ আগতে হৈছিল এই আইনৰ মতে সেইবোৰ পৰ্য্যন্ত অসিদ্ধ হল। ফলতঃ বিবাহিত তিৰোতা সকলো ৰক্ষিতা বুলিহে গণ্য হল আৰু তেওঁবিলাকৰ সতি-সন্তানে সম্পত্তিৰ অধিকাৰ নাপাব।

মাইকী মানুহৰ পক্ষে এনে অপমান অসহনীয়; গান্ধীজীয়ে প্ৰথমতে মাইকী মানুহক সত্যাগ্ৰহ কৰিবলৈ কোৱা নাছিল বৰং তাৰ বিৰোধী আছিল। কিন্তু যেতিয়া এই আইন হল তেতিয়া তেওঁৰ মত পৰিৱৰ্ত্তিত হল। এতিয়া তেওঁ যি সকল মহিলাই স্বইচ্ছাই সত্যাগ্ৰহ কৰিবলৈ আহিব খোজে তেওঁ-লোকক সত্যাগ্ৰহ কৰিবলৈ অনুমতি দিলে। কস্তুৰবাই জেলৰ কষ্ট সহ্য কৰিব পাৰিব এনে বিশ্বাস গান্ধীজীৰ নাছিল। সেই কাৰণে তেওঁক সত্যাগ্ৰহ কৰিবলৈ আহ্বান নকৰিলে। তেওঁ লিখিছে—"কস্তুৰবাক কোৱা হলে তেওঁ অস্বীকাৰ যে নকৰিব জানো। কিন্তু কষ্ট বা বিপদৰ সময়ত কিমানলৈকে টিকিব পাৰিব সেইটো নাজানিছিলোঁ। সেইকাৰণে তেওঁক একো নকওঁ বুলিয়েই স্থিৰ কৰিলোঁ।"।

গান্ধীজীয়ে ফিনিক্সবাসী অন্য মহিলাক সত্যাগ্ৰহ কৰিবলৈ আহ্বান কৰিলে অথচ তেওঁক নকৰিলে—এই কথাত কস্তুৰবা অতিশয় ক্ষুণ্ণ হল। তেওঁ গান্ধীজীক ক'লে,—"সত্যাগ্ৰহ কৰিবলৈ আন সকলোকে খবৰ দিলে কিন্তু সেই বিষয়ে মোক-

কোনো কথা নোকোৱাত মোৰ মনত বৰ দুখ লাগিছে। মোৰ ভিতৰত এনে কি দুৰ্ব্বলতা দেখা পাইছে—যে মই জেললৈ যাব নোৱাৰিম? আপুনি মোৰ লগৰীয়া ভনীহঁতক যি বাটেদি যাবলৈ পৰামৰ্শ দিছে মোকো সেই বাটেই লৈ যাব লাগিব।"

গান্ধীজীয়ে ক'লে—"তোমাৰ মনত দুখ দিবৰ মোৰ ইচ্ছা নাই। কিন্তু মোৰ কথাত পৰি তুমি সত্যাগ্ৰহ কৰিবলৈ ওলাইছা—এইটো মোৰ পছন্দ নহয়। এনে কামলৈ নিজে সাহ কৰি ওলোৱাই ভাল। মই অনুৰোধ কৰিলে মোৰ কথা ৰাখিবলৈ তুমি সহজে প্ৰস্তুত হবা। কিন্তু আদালতত থিয় দি যদি কপিবলৈ ধৰা, জৰিমনা, অথবা জেলৰ দুখত ভয় খোৱা তেতিয়া তোমাক মই দোষ দিব নোৱাৰিম সচা কিন্তু মোৰ অৱস্থাটো কি হব ভাবি চোৱাঁচোন! তেতিয়া মই জগতৰ আগত কেনেকৈ মুখ উলিয়াম বা তোমাকেই বা আশ্ৰয় দিম কেনেকৈ? এই বাবেই তোমাক খবৰ দিয়া নাই।"

কস্তুৰবায়ে তেজেৰে সৈতে উত্তৰ দিলে—"যদি কৰবাত হাৰমানি পলাই আহোঁ মোক ঘৰত ঠাই নিদিব। মোৰ হাজাৰ হাজাৰ লৰাইঁতে কষ্ট সহ্য কৰিছে,—আপোনালোকে সকলোৱেই দুখ সহ্য কৰিব পাৰিব অকল মইহে নোৱাৰিম? এই কথা আপুনি কেনেকৈ ভাবি পালে? মই এই যুদ্ধলৈ যামেই!"

ইয়াৰ পিচত গান্ধীজী ধৰা পৰি সত্যাগ্ৰহ কৰি জেললৈ গল। কস্তুৰবায়েও এটি সৰু নাৰী বাহিনীৰে সৈতে সত্যাগ্ৰহ

কৰাত ধৰা পৰিল আৰু তিনিমাহ জেল হল। কস্তুৰবাইকো আন আন নাৰীবন্দীৰে সৈতে পিটাৰমাৰিজবাৰ্গ জেলত তৃতীয় শ্ৰেণীৰ বন্দী হিচাবে ৰখা হৈছিল আৰু সেইদৰেই পৰিশ্ৰম কৰিবলৈ দিয়া হৈছিল। কস্তুৰবা তেতিয়া মাথোন টান নৰীয়াৰ পৰা উঠিছেহে। তেওঁৰ পক্ষে যিবিলাক বস্তু খোৱা প্ৰযোজন সেই বিলাক নিজ খৰচত জেলত খাবলৈ বিচৰাত জেল কৰ্ত্তৃপক্ষই তেনে অনুমতি নিদিলে বৰং বিদ্ৰুপ কৰি কলে—"জেল স্বাস্থ্য নিবাস নহয! ই আপোনাৰ ঘৰো নহয়। ইয়াত ইয়াৰ নিয়মেই চলিব লাগিব। কয়দীৰ আব্দাৰ শুনিবলৈ জেল কৰ্ত্তৃপক্ষ প্ৰস্তুত নহয়।" তথাপি জেল কৰ্ত্তৃপক্ষই অনুগ্ৰহ কৰি কস্তুৰবাৰ কাৰণে জলপাইৰ তেল খাবলৈ দিবলৈ ৰাজী হৈছিল। বজাৰৰ পৰা সেই তেল কিনি আনি দিছিল। কিন্তু তেল বৰ বেয়া আছিল। এনে অখাদ্য খাই গুৰুতৰ পৰিশ্ৰম কৰি কস্তুৰবাৰ একেই বেয়া স্বাস্থ্য আৰু বেয়া হল। জেলৰ পৰা তেওঁ অতি দুৰ্ব্বল অৱস্থাৰেই ওলাই আহিছিল।

দক্ষিণ আফ্ৰিকাত সত্যাগ্ৰহ আন্দোলন ছবছৰ কাল চলিছিল। ইয়াৰ ভিতৰত গান্ধীজী যিমান বাৰ ফাটেকত পৰিছিল কস্তুৰবায়েও সিমান বাৰেই সত্যাগ্ৰহ কৰি বন্দিনী হৈছিল। ইয়াৰ দ্বাৰাই তেওঁ যে সাহসী যোদ্ধাৰ সাহিয়াল যোগ্যা পত্নী আছিল এইটো দেখুৱাইছিল। যুদ্ধত তেওঁ ক্লান্ত নহৈছিল আৰু অদমনীয় সাহেৰে সকলো কথাত আগ হৈছিল। কস্তুৰবাই দেখা পাইছিল আন্দোলনৰ আদিতে এজন পাঠানে

ভুল বুজি গান্ধীজীক আঘাত কৰি প্ৰায় মাৰি পেলাইছিল। তেওঁলোকে ভাবিছিল যে গান্ধীজীয়ে প্ৰথম চুক্তি কৰি দেশদ্ৰোহীতা কৰিলে। গান্ধীজীক সাধাৰণ কয়দীৰ দৰে ফাটেকত শিল ভাঙ্গিবলৈ দিয়াও দেখা পাইছিল। তথাপি কস্তুৰবাই জেললৈ ভয় কৰা নাছিল।

সত্যাগ্ৰহৰ শক্তি দেখা পাই দক্ষিণ আফ্ৰিকাৰ চৰকাৰে শেষত আপোচ কৰিবৰ কাৰণে আগ বাঢ়িল আৰু গান্ধীজীৰ মধ্যস্থতাত আপোছ হৈ গল। অৰ্থাৎ যি অপমানজনক আইন চৰকাৰে কৰিব খুজিছিল সেই আইন তুলি দিবলৈ ৰাজী হল আৰু গিৰমিটীয়া কুলি বিলাকে গাইপতি বছৰে ৩ পাউণ্ড (৪৫৲ টকা) যি কৰ দিব লগা আছিল সেই কৰো উঠি গল। সত্যাগ্ৰহ আন্দোলন জয়যুক্ত হৈ শেষ হোৱাৰ লগে লগে গান্ধীজীয়ে বিলাতৰ পৰা মহামতি গোখেলৰ আমন্ত্ৰণ পালে। গতিকে ভাৰতবৰ্ষলৈ নাহি এইবাৰ গান্ধীজী সপৰিবাৰে ইংলণ্ডলৈ যাবলৈ ওলাল।

দক্ষিণ আফ্ৰিকাত সত্যাগ্ৰহ আন্দোলন আৰম্ভ হোৱাৰ অলপ আগতে কস্তুৰবা টান নৰীয়াত পৰিছিল। তেওঁৰ বেছি ৰকমে ৰক্তস্ৰাৱ হৈছিল। গান্ধীজীৰ এজন বন্ধু ডাক্তৰে 'অস্ত্ৰোপচাৰ' কৰিবলৈ উপদেশ দিলে। কস্তুৰবা বৰ দুৰ্ব্বল থকাত ক্লৰোফৰম নকৰাকৈয়ে অস্ত্ৰোপচাৰ কৰিব বুলি স্থিৰ হল। অতি ধৈৰ্য্যেৰে সৈতে কস্তুৰবাই এনে অস্ত্ৰোপচাৰৰ কষ্ট সহ্য কৰিলে। ইয়াৰ পৰাই বুজা যায় তেওঁৰ মনোবল কিমান।

যিহওক অস্ত্ৰোপচাৰ কৃতকাৰ্য্য হল—তেওঁ অলপ ভাল পালে। এনেতে ডাৰবানলৈ গান্ধীজীক মাতি পঠালে। গান্ধীজীয়ে ডাক্তৰ ডাক্তৰনীৰ হাতত কস্তুৰবাক গতাই দি তালৈ গল।

কেদিনমানৰ পিচতে কস্তুৰবাৰ বেমাৰটো আকৌ উক দিলে। তেওঁ বৰ দুৰ্ব্বল হৈ পৰিল। আন কি শোৱা বিছনাতো উঠি বহিবৰ শক্তি নোহোৱা হল। ডাক্তৰৰ মতে শৰীৰত বল হবৰ কাৰণে মাংসৰ চুৰুহা বা বীফটি খোৱা উচিত। কিন্তু তেনে পথ্য ডাক্তৰে গান্ধীজীৰ বিনা অনুমতিত দিবলৈ ভাল নাপালে। গতিকে টেলিফোন কৰি গান্ধীজীৰ মত বিচাৰিলে। তেওঁ তেতালিকে মত দিব নোৱাৰিলে। ডাক্তৰে কলে—"মোৰ মতে ৰোগীক যদি পথ্য দিবৰ ব্যবস্থা কৰিব নোৱাৰোঁ। তেন্তে এনে ৰোগীৰ দায়ীত্ব মই লব নোৱাৰোঁ। আপুনি আহি কি হয় কৰক।"

গান্ধীজী ততালিকে তাৰ পৰা আহিল। তেওঁ ডাক্তৰৰে কথা পাতিলে আৰু কলে—"মই মোৰ পৰিবাৰক মাংস বা বীফটি খাবলৈ দিব নোৱাৰোঁ। নিদিয়াৰ বাবে মৰিলেও উপায় নাই। অৱশ্যে তেওঁ যদি নিজে খাব খোজে বেলেগ কথা।" ইয়াৰ পিচত গান্ধীজীয়ে কস্তুৰবাৰ ওচৰলৈ গৈ লাহে লাহে ডাক্তৰৰ কথা সুধিলে। কস্তুৰবা তেতিয়া ইমান দুৰ্ব্বল যে ভালকৈ কথা কব নোৱাৰে। গান্ধীজীৰ কথাত উত্তৰ দিলে,—"মই মাংস কেতিয়াও নাখাওঁ। মনুষ্য জনম পোৱা সহজ নহয়। আপোনাৰ কোলাত মূৰ থৈ মৰোঁ যদি সিও

ভাল ; তথাপি মাংস খাই দেহ অপবিত্ৰ নকৰোঁ। গান্ধীজীয়ে নানা উদাহৰণ দি কস্তুৰবাক মাংস তেওঁৰ ইচ্ছা হলেহে খাব পাৰে এই কথা বুজালে। তথাপি কস্তুৰবাই ক'লে—"মোক সেই কথা নকব। মই নাখাওঁ। নোখোৱা বাবে ডাক্তৰে তেওঁৰ ঘৰত থাকিবলৈ নিদিয়ে যদিও মোক লৈ বলক ইয়াৰ পৰা—মই ইয়াত নাথাকোঁ—মই যাব পাৰিম।"

নানা অসুবিধাৰ মাজেদি ডাক্তৰৰ ঘৰৰ পৰা কি কষ্টেৰে গান্ধীজীয়ে ফিনিক্সলৈ তেতিয়াই লৈ আহিল আত্ম-জীৱনীত তাৰ বহুল বৰ্ণনা আছে। তাতো কস্তুৰবায়ে যথেষ্ট মনোবল দেখুৱাই গান্ধীজীক সাহস দিছিল। তেওঁক কোনো প্ৰবোধ দিবৰ প্ৰয়োজন হোৱা নাছিল। বৰং গান্ধীজীক ডাঠ দি বাটত 'বাই' কৈছিল,—"আপুনি কোনো চিন্তা নকৰিব। মোৰ একো নহয়।"

ডাক্তৰৰ ঘৰৰ পৰা ৰুগ্না কস্তুৰবাক ফিনিক্সলৈ আনি গান্ধীজীয়ে নিজে "জল চিকিৎসা" আৰম্ভ কৰিলে। তাৰ পৰাই তেওঁ লাহে লাহে ভাল পাই আহিল আৰু অলপ দিনৰ কাৰণে স্বাস্থ্যৰো কিছু উন্নতি ঘটিল।

দুখৰ কথা সেই উন্নতি সৰহদিনীয়া নহল। অলপ দিনৰ পাচতে বেমাৰটো আকৌ দুৰচিল। আন কোনো উপায় নাপাই এইবাৰ গান্ধীজীয়ে কস্তুৰবাক কলে—"তুমি কিছু দিনৰ কাৰণে ডাইল আৰু নিমখ খাবলৈ এৰি দিয়া।" এই কথাত কস্তুৰবা সন্মত নহল। তেওঁ বৰং কলে—"মই হে নালাগে

আপোনাকো কোনো ডাক্তৰে এনে উপদেশ দিলে আপুনিও নামানিলে হেঁতেন।" গান্ধীজীয়ে কলে,—"তুমি ভুল বুজিছা। মোক কোনো ডাক্তৰে কোৱা মাত্রকে মই সন্মত হৈ এৰি দিলোঁ হেঁতেন। বাৰু যি হওক, মই আনৰ উপদেশ নোহোৱাকৈয়ে প্রতিজ্ঞা কৰিলোঁ যে আজিৰ পৰা এবছৰলৈ ডাইল আৰু নিমখ নাখাওঁ।" হঠাতে গান্ধীজীয়ে এনে প্রতিজ্ঞা কৰাত কস্তুৰবাই মনত বৰ দুঃখ পালে। তেওঁ তেতিয়াই গান্ধীজীক কাবৌ কৰি কলে,—"মই আপোনাৰ স্বভাৱ জানিও আপোনাৰ খং তোলাব নালাগিছিল। যি হওক বাৰু মই আজিৰ পৰা ডাইল-নিমখ খাবলৈ এৰিলোঁ। কিন্তু আপোনাৰ কথা ঘূৰাই লওক।" গান্ধীজীয়ে ক'লে ,—"তোমাৰ পক্ষে এই দুটা বস্তু এৰাৰ পৰা ভালেই হব বুলি মোৰ ডাঠ বিশ্বাস। মোৰ কথা হৈছে এবাৰ যেতিয়া প্রতিজ্ঞা কৰিলোঁ—তাক ঘূৰাম কেনেকৈ? যি কোনো কাৰণতে সংযম কৰিবলৈ সংকল্প কৰিলে তাৰ পৰা ভালেই হয়।" তেতিয়াৰ পৰা দুয়ো ডাইল আৰু নিমখ এৰি দিয়ে। ইয়াৰ পিচৰ পৰা—কস্তুৰবাইৰ শৰীৰ ক্রমে সুস্থ হৈ আহিল।

ফিনিক্স উপনিবেশত থাকোঁতেও আৰু দুবাৰ কস্তুৰবাৰ মনৰ শক্তিৰ আৰু সাহসৰ পৰিচয় পোৱা যায়। সেই উপনিবেশত বাস কৰা লোক সকলৰ ভিতৰত অসংযমৰ সন্ধান পাই গান্ধীজীয়ে প্রায়শ্চিত্ত স্বৰূপ প্রথমতে ৭ দিন উপবাস আৰু তাৰ পিচতো তেনে ঘটনা আকৌ হোৱাত সেইবাৰ পোন্ধৰ দিনৰ উপবাস কৰে। তেওঁৰ জীৱনত বাজহুৱা কাৰণত উপবাস

এয়ে প্ৰথম। গতিকে উপবাসৰ সময়ত যিবোৰ নিয়ম পালন কৰিব লাগে সেইবোৰ তেতিয়া ভালকৈ নজনাও কষ্ট বেছি পাইছিল। বিশেষতঃ দ্বিতীয়বাৰ সৰহদিন থকাত আৰু উপযুক্ত পৰিমাণে পানী নোখোৱাত গান্ধীজীৰ স্বাস্থ্য একেবাৰে বেয়া হৈ যায়। গান্ধীজীৰ উপবাসৰ সময়ত কস্তুৰবাৰ মনৰ উদ্বেগ, সংশয়, চিন্তা কিমান হৈছিল! কিন্তু স্বল্পবাক্ এই মহীয়সী নাৰীয়ে নীৰৱে সকলো কৰ্ত্তব্য পালন কৰি ভগৱানৰ চৰণত স্বামীৰ কল্যাণ কামনা কৰিছিল।

১৯১৪ চনত গান্ধীজীয়ে কস্তুৰবাক লগত লৈ দক্ষিণ আফ্ৰিকাৰ পৰা ইংলণ্ডলৈ যায়—মহামতি গোখেলক লগ পাবলৈ। তেতিয়া দুয়োৰে স্বাস্থ্য ভাল নাছিল। ইংলণ্ডলৈ আহিয়েই "মহাযুদ্ধৰ" খবৰ পালে। শৰীৰ যদিচ উভয়ৰে ভাল নাছিল তথাপি গান্ধীজীয়ে আহত সেনা সকলক সেৱাৰ কাৰণে এটা শুশ্ৰূষাকাৰী দল গঠন কৰিছিল। কস্তুৰবায়েও এই সেৱাকাৰ্য্যত যোগ দিছিল। গান্ধীজীৰ দুৰ্ব্বল দেহাত এনে পৰিশ্ৰম সহ্য নহল। তেওঁ প্লুৰিচি ৰোগত আক্ৰান্ত হ'ল। চিকিৎসক সকলৰ উপদেশমতে গান্ধীজীয়ে সপৰিবাৰে ইংলণ্ড ত্যাগ কৰি ভাৰতলৈ ঘূৰি আহিবলৈ বাধ্য হ'ল। লিখা-বাহুল্য গান্ধীজী ভাৰতলৈ আহি ৰোগমুক্ত হোৱাৰ পিচত এই মহাযুদ্ধৰ কাৰণে সৈন্য সংগ্ৰহ কাৰ্য্যত যোগ দিছিল। অহিংস সত্যাগ্ৰহী হৈ তেওঁ কেনেকৈ যুদ্ধত সহায় কৰিব পাৰে,—ইয়াৰ ভিতৰত সামঞ্জস্য কত বুলি চাৰিও ফালৰ পৰা তেওঁৰ ওপৰত প্ৰশ্ন বৃষ্টি

হ'বলৈ ধৰিলে। অনুসন্ধিৎসু সকলে গান্ধীজীৰ "আত্মকথাত" সেই উত্তৰ পাব।

দক্ষিণ আফ্ৰিকাত এই দম্পতি যুগলৰ জীৱন ক্ষেত্ৰ শেষ হোৱাৰ আগতে আমি দেখা পাওঁ—গান্ধীজী এদিন ইয়ালৈ আহিছিল উকীল হিচাবে ব্যৱসায় কৰিবলৈ, আধুনিক ধৰনৰ ফিট্ ফাট এজন উকীল। ১৮ বছৰ তাত বাস কৰাৰ পিচত দক্ষিণ আফ্ৰিকা এৰিবৰ দিনা তেওঁক কি দেখা পালোঁ? আকাশ-পতাল, সম ভেদ, পৰিৱৰ্ত্তিত—অহিংস মন্ত্ৰৰ সাধক, সত্যৰ উপাসক, সত্যাগ্ৰহ আন্দোলনত জয়যুক্ত মহাবীৰ,—সেৱাপৰায়ণ, নিৰহঙ্কাৰ, জাতীয় ভাবাপন্ন, লোককল্যাণ সাধন ভিন্ন যাৰ আন চিন্তা নাই। এই ঋষিয়ে জগতক স্তম্ভিত কৰি যি পন্থা উদ্ভাৱন কৰিলে কি অভিনৱ, কি মহিমাময় সাফল্য তাত! নিৰুপদ্ৰৱ প্ৰতিৰোধ নীতি—অন্যায়ৰ বিৰুদ্ধে সত্যকে আশ্ৰয় কৰি নিৰুপদ্ৰৱ ভাবে নিজে কষ্ট সহ্য কৰি, ত্যাগ স্বীকাৰ কৰি বাধা দান নীতি—জগতত নতুন শান্তি লাভৰ আৰু স্থাপনৰ পন্থা নহয়নে? গান্ধীজীৰ জীৱনৰ যাবতীয় সৌন্দৰ্য্যৰ উৎসই এই দক্ষিণ আফ্ৰিকাতে আৰম্ভ হৈছিল। ভাৰতত তাৰে বহুল প্ৰয়োগ কৰি সেই "সেৱা ক্ষেত্ৰ" প্ৰসাৰিত হৈছে মাথোন। এই তাপসৰ সকলো কাৰ্য্যৰ সঙ্গিনী কস্তুৰবা। তেওঁ এই পৰিবৰ্ত্তন বিলাকৰ মাজত নিজক খাপ খুৱাই যাব পাৰিছিল, পদাঙ্ক অনুসৰণ কৰিব পাৰিছিল। কস্তুৰবাৰ জীৱন পথৰ দৃষ্টিভঙ্গী ইয়াতে প্ৰসাৰিত হৈছিল। জগৎবৰেণ্যৰূপে গান্ধীজী

দক্ষিণ আফ্রিকাৰ পৰা যেতিয়া জয়োদ্দীপ্ত আভা লৈ নতুন কৰ্ম্মক্ষেত্ৰত অৱতীৰ্ণ হবলৈ আহিল—দেখা গ'ল কস্তুৰবাও ঠিক তদ্ৰূপ যোগ্যতা লৈয়ে তেওঁৰ শিষ্য হবৰ যোগ্যতা লাভ কৰিছে। দক্ষিণ আফ্ৰিকাবাসী ভাৰতীয় সকলৰ সন্মান আৰু অধিকাৰ ৰক্ষাৰ বাবে গান্ধীজীয়ে অসংখ্য দুখ কষ্ট ভোগ কৰিছিল। সেই সকলোবোৰ কষ্টভোগৰ ভিতৰতে কস্তুৰবা আছিল। যি মহৎকাৰ্য্য সাধন কৰিবলৈ তেওঁৰ স্বামীয়ে অনবৰত যুদ্ধ কৰিছিল সেই কাৰ্য্যৰ মোল বুজ পাই কস্তুৰবায়েও সততে স্বামীক সহায়তা কৰিছিল। তেনে সহায়তা কৰিবলৈ কস্তুৰবাৰ যথেষ্ট সাহস আৰু বীৰ্য্য আছিল। দক্ষিণ আফ্ৰিকাতে কস্তুৰবাই ত্যাগ আৰু সেৱাৰ জীৱন গ্ৰহণ কৰে। ফিনিক্স উপনিবেশতে কস্তুৰবায়ে তেনে জীৱন গঠন কৰে। তাৰ গৃহস্থালিৰ কাম-খিনিৰ ভাৰ কস্তুৰবাৰ ওপৰতে আছিল। সেই আশ্ৰমবাসীয়ে "বাৰ" স্নেহধাৰাত ইমান মুগ্ধ হৈছিল যে তাৰ পৰা আহিবৰ সময়তো সকলোৱেই তেওঁৰ লগত আহিবলৈ হাবিলাষ কৰিছিল। আৰু ছজন তাৰ লৰাও লগতে আহিছিল। প্ৰেমৰ বান্ধোন কোমল হলেও লৌহ-কঠিন স্থায়ী।

---

# ভাৰতবৰ্ষত

ইংলণ্ডৰ পৰা ঘূৰি সপৰিবাৰে গান্ধীজী ভাৰতবৰ্ষ পাবৰ আগতে ফিনিক্স উপনিবেশৰ পৰা তেওঁলোকৰ লৰা কেজন আন কেজনমান আশ্ৰমবাসীয়ে সৈতে ভাৰতবৰ্ষ পালেহি। তেওঁবিলাকে ইয়াতো ফিনিক্সৰ দৰে আশ্ৰমতে থাকিবলৈ ইচ্ছা প্ৰকাশ কাৰাত চি, এফ, এণ্ড্ৰুজ চাহাবে তেওঁলোকক স্বামী শ্ৰদ্ধানন্দৰ তত্ত্বাৱধানত কাঙ্গেৰিৰ গুৰুকুল আশ্ৰমত থকাৰ দিহা কৰি দিলে। অলপ দিন তাত থকাৰ পিচত তেওঁলোকক ৰবীন্দ্ৰনাথ ঠাকুৰৰ প্ৰতিষ্ঠিত "শান্তি নিকেতনত" ৰখা হ'ল।

গান্ধীজী বোম্বাইত নামি পোণতে পুণালৈ গল। তাৰ পৰা ৰাজকোটৰ তেওঁলোকৰ নিজৰ ঘৰলৈ গ'ল। তাত কেটীমান দিন থকাৰ পিচতে উভয়ে—"বোলপুৰ শান্তিনিকেতনলৈ" আহে। ইয়াতে তেওঁবিলাকে লৰাহঁতক আৰু আন আশ্ৰমবাসী কেজনক লগ পালে। কস্তুৰবাইয়ে নিজৰ স্বাভাবিক মাতৃত্ব গুণৰ প্ৰভাৱ তেওঁৰ নিস্বাৰ্থ সেৱাৰ দ্বাৰা কেদিনমানৰ ভিতৰতে এই নতুন আশ্ৰমত প্ৰভাৱ বিস্তাৰ কৰিছিল। কিন্তু সিবিলাক তাত সৰহ দিন থাকিব নোৱাৰিলে। মহামতি গোখ্‌লেৰ মৃত্যু সংবাদ পাই গান্ধীজী সস্ত্ৰীক পুণালৈ ঘূৰি আহিল।

ইয়াৰ পিছত গান্ধীজীয়ে নিজৰ মনোমত এখন আশ্ৰম স্থাপন কৰি তাতেই জীৱন যাপন কৰিবৰ কাৰণে উপযুক্ত ঠাই

বিচাৰি ফুৰিছিল। এইদৰে ফুৰি তেওঁ শেষত আহ্মেদাবাদৰ ওচৰত কোচৰব নামে এখন গাৱঁৰ কাষত আশ্ৰম স্থাপন কৰে। তেওঁৰ বন্ধু সকলৰ সহায়তেই এই আশ্ৰম প্ৰতিষ্ঠা কৰিব পাৰিছিল। এই আশ্ৰম ১৯১৫-চনত ২৫ জন আশ্ৰমবাসী (স্ত্ৰী-পুৰুষ) লৈ আৰম্ভ হয়। তাৰ যি নিয়মাৱলী ৰচিত হৈছিল সেইমতে সকলোৱে একে পাগতে খাইছিল আৰু সকলোৱেই এক পৰিবাৰভুক্ত মানুহৰ দৰে চলিবলৈ বাধ্য হৈছিল। আশ্ৰম এই ভাবে প্ৰায় ছমাহমান চলাৰ পিচত এক অস্পৃশ্য পৰিবাৰ সেই আশ্ৰমত ঠাই পাবৰ কাৰণে আহি গান্ধীজীক জনালে আৰু কলে যে তেওঁলোক এই আশ্ৰমৰ নিয়ম মানি চলিবলৈ প্ৰস্তুত আছে। গান্ধীজীয়ে লগৰীয়া দুই এজনৰে পৰামৰ্শ কৰি তেওঁলোকক আশ্ৰমত ভৰ্ত্তি কৰি ললে।

আশ্ৰমত অস্পৃশ্য জাতি থাকিবলৈ দিয়া হৈছে দেখি সহায়-কাৰী কেইবাজন বন্ধুৱেও আশ্ৰমৰ সাহায্য উঠাই ল'লে। আশ্ৰমৰ ভিতৰতো চাঞ্চল্যই দেখা দিলে। এনে ঘনিষ্ঠ ভাৱে অস্পৃশ্যৰ লগত একে পৰিবাৰৰ লোকৰ দ'ৰে বাস কৰিবলৈ পোনতে কস্তুৰবায়েও আপত্তি তুলিলে। তেওঁৰ লগত আৰু বাকী কেগৰাকীমান মাইকী মানুহো ওলাল। গান্ধীজী বৰ বিমোৰত পৰিল, বাহিৰৰ সাহায্য বন্ধ, আকৌ ভিতৰৰ অৱস্থাও অচল। তেওঁ নিজৰ পত্নীৰ মনত পৰিৱৰ্ত্তন আনিব নোৱাৰি দুখিত হ'ল আৰু গোপনে সত্যাগ্ৰহ কৰি আহাৰ বন্ধ কৰিলে। আনে এই কথা নাজানিলে। কিন্তু কস্তুৰবায়ে জানিছিল।

এই ঘটনাত কস্তুৰবাৰ মানসিক পৰিবৰ্ত্তন ক্ৰমাৎ হ'বলৈ ধৰিলে। তেওঁ বুজিলে—যি আদৰ্শৰ বাবে আশ্ৰমজীৱন তাকেই যদি বাদ দিয়া যায়—তেন্তে আশ্ৰমৰ প্ৰয়োজন কি? আৰু আশ্ৰম জীৱনৰ আত্মা-স্বৰূপ গান্ধীজীক বাদ দি সি চলিব পাৰে কেনেকৈ? তথাপি সাতদিন এইদৰে চলাৰ পিচত কস্তুৰবাৰ মন খোলোচা হ'ল! তেওঁ আপত্তি উঠাই ললে। কস্তুৰবাৰ ধৈৰ্য্য শক্তি ইমান প্ৰবল আছিল যে সাতদিন সময় লোৱাৰ পিচতহে আশ্ৰম নীতি তেওঁ সম্যক উপলব্ধি কৰি তেওঁৰ কৰ্ত্তব্যত যোগ দিছে। এই ঘটনাৰ পিচৰ পৰা— কস্তুৰবাৰ মনৰ পৰা অস্পৃশ্য সকলৰ ওপৰত থকা বেয়া ভাব সম্পূৰ্ণ আঁতৰি গল। তেওঁ তেওঁৰ যোগ্যস্বামীৰ অস্পৃশ্যতা দূৰীকৰণ কাৰ্য্যৰ অনুগত শিষ্যা তেতিয়াৰ পৰাই হ'ল। কস্তুৰবাৰ জীৱনত আমূল পৰিবৰ্ত্তন আহিল। গান্ধীজীৰ মতবাদ তেতিয়াৰ পৰাহে তেওঁ গ্ৰহণ কৰিলে।

বন্ধু সকলৰ সাহায্যৰ পৰা বঞ্চিত হৈ গান্ধীজীয়ে যেন আশ্ৰম তুলি দিবলৈ বাধ্য হব লগাত পৰিল। তেওঁ পেটে পেটে ভাবি স্থিৰ কৰিলে যে আশ্ৰমবাসী ২৫।৩০ জন মানুহেৰে সৈতে তেখেতে কোনো অস্পৃশ্য সকলৰ গাৱঁত বাস কৰি শৰীৰৰে খাটি জীৱিকা যোগাৰ কৰিব আৰু তাৰ পৰাই যি পাৰে দেশৰ আৰু দহৰ সেৱা কৰিব। এনে অৱস্থাত হঠাতে অযাচিতে অজ্ঞানা কোনোবা এজনৰ পৰা তেওঁ হাজাৰ টকা পালে। সেই টকাৰে তেওঁ ১৯১৭ চনত সবৰমতীত এডোখৰ

মাটি কিনি, ঘৰ-বাৰী কৰাই তাতেই আশ্ৰম স্থাপনা কৰে। এই আশ্ৰমৰ অন্দৰৰ ফালৰ যাৱতীয় পৰিচালনাৰ ভাৰ কস্তুৰবাৰ ওপৰত পৰিছিল। আশ্ৰমত সৰ্ব্বময়ী কৰ্ত্ত্ৰী হৈও তেওঁ সকলোৰে প্ৰিয় আৰু সন্মান ভাজন হ'ব পাৰিছিল। নিয়মানু-গত্যত তেওঁৰ অদ্বিতীয় কোনো নাছিল—বৰং কোনোৱে নিয়ম নামানিলে তেওঁ কঠোৰ হাতেৰে শাসন কৰিছিল।

১৯১৭ খৃষ্টাব্দত বিহাৰত চম্পাৰণ জিলাত নীল খেতিয়ক চাহাব বিলাকৰ অত্যাচাৰমূলক "তিনকাঠিয়া" প্ৰথাৰ দ্বাৰা উৎপীড়িত লোকসকলে গান্ধীজীক আহ্বান কৰিলে। গান্ধীজী তালৈ অহাত আৰু নীলকৰ চাহাব বিলাকৰ প্ৰভাৱত তেওঁক তাৰ পৰা বাহিৰ হৈ যাবলৈ আদেশ দিয়ে। তেওঁ সেই আদেশ অমান্য কৰি নীল খেতিয়ক চাহাব বিলাকৰ অত্যাচাৰৰ বিষয়ে নিজে তদন্ত আৰম্ভ কৰিলে। তেওঁক জব্দ কৰি আদালতত বিচাৰ কৰালে। সেই সময়ত আদালত মানুহেৰে ভৰি পৰিল। গান্ধীজীৰ এনে জনপ্ৰিয়তা দেখি তেওঁক এৰি দিলে। গান্ধীজীয়ে এতিয়া সেই অত্যাচাৰ বিলাকৰ বিৰুদ্ধে সত্যাগ্ৰহ কৰিবলৈ নিজে নেতৃত্ব গ্ৰহণ কৰিলে। সেই সময়তে তেওঁ কস্তুৰবাইক চম্পাৰণৰ সত্যাগ্ৰহলৈ মাতি আনিলে। আৰু পোনতে তাৰ খেতিয়ক সকলৰ মাজত বাস কৰি শিক্ষা বিস্তাৰ কাৰ্য্যত নিয়োগ কৰিলে। কস্তুৰবাই আনন্দেৰে এই কাৰ্য্যত যোগ দিবলৈ আহিল আৰু শিক্ষা প্ৰচাৰ কাৰ্য্যত লাগি গ'ল। কস্তুৰবাৰ শিক্ষা সাধাৰণ স্কুলৰ শিক্ষা নহয়। তেওঁ ভালকৈ লিখা-পঢ়া

নাজানেই। তেওঁৰ শিক্ষা আছিল পৰিচ্ছন্ন হৈ থকা, সজ্ঞ আচৰণ, নিয়ম মানি চলা অভ্যাস, আৰু ঘৰৰ শৃঙ্খলা ৰখা প্ৰভৃতি বিষয়ত। ঘৰে ঘৰে গৈ কস্তুৰবাই এইবোৰ বিষয়ত মানুহক শিক্ষা দি সেইমতে চলিবলৈ উদগনি দিছিল। আমাৰ মানুহ কিমানলৈকে দুখীয়া ইয়াত তাৰ স্বৰূপ দেখা পাই কোমলপ্ৰাণা কস্তুৰবাৰ মাতৃপ্ৰাণ অতিশয় ব্যথিত হৈছিল।

গন্ধীজীয়ে কোনো কোনো গাৱঁত দেখা পালে যে মাইকী মানুহবোৰে বৰ মলিয়ন কাপোৰ পিন্ধে, তেওঁ ভাবিলে যে হয়তো তাৰ মানুহে কাপোৰ ধুব নাজানে। সেই কাৰণে তেওঁ কস্তুৰবাক ভাৰ দিলে যে তেওঁ গাৱঁলৈ গৈ মাইকী মানুহ বোৰক কাপোৰ কেনেকৈ ধুব লাগে শিকাব। সেই মতে কস্তুৰবা গ'ল আৰু তদন্ত কৰি জানি তেওঁ আচৰিত হল যে কাপোৰ নোধোৱাৰ কাৰণ হৈছে দ্বিতীয়খন কাপোৰ সলাবলৈ তেওঁবিলাকৰ কাপোৰেই নাই, ধোৱে কেনেকৈ? এগৰাকী মাইকী মানুহে কলে—"মহাত্মাজীক ক'ব—মোক এখন শাড়ী দিব। সেই খন পালে মই নিতৌ গাধুম, কাপোৰ চাফ্‌কৈ ৰাখিম।" দৰিদ্ৰতাৰ কি কৰাল মূৰ্ত্তি! এনে অৱস্থাৰ মাজত কাম কৰি কস্তুৰবাই অভিজ্ঞতা সঞ্চয় কৰিলে।

কস্তুৰবাই প্ৰথম ইয়াতে দেখা পালে আমাৰ খেতিয়ক শ্ৰেণীৰ মানুহ কিমান দুখীয়া। এবেলা খালে সিবেলা খাবলৈ নাই, থাকিবলৈ ভাল ঘৰ নাই, পিন্ধিবলৈ কাপোৰ নাই। এওঁবিলাকৰ এনে দুঃখময় জীৱনৰ উন্নতিয়েই পৰাধীন ভাৰতৰ

উন্নতি। তেওঁ এতিয়া ভালদৰে বুজিলে যে গাওঁ নাজাগিলে দেশৰ কল্যাণ নাই। গান্ধীজীয়ে যি পথেদি দেশক আগবঢ়াই নিব খুজিছে সেয়ে একমাত্ৰ প্ৰকৃষ্টতম পথ। গতিকে তেতিয়াৰে পৰা কস্তুৰবাৰ সত্যাগ্ৰহৰ ওপৰত আস্থা আৰু বাঢ়িল।

চম্পাৰণৰ খেতিয়ক শ্ৰেণীৰ মাজত শিক্ষা বিস্তাৰ কৰিবৰ কাৰণে গান্ধীজীয়ে তাত ছখন স্কুল পাতিছিল। তাৰে ভিতৰত এখন স্কুল চলাবৰ কাৰণে কস্তুৰবাক ভাৰ দিলে। সেই স্কুল খনৰ ঘৰ খেৰৰ আছিল। কোনোবা হিংসাকুৰীয়া মানুহে সেই ঘৰটো জ্বলাই দিলে। সম্ভবতঃ নীলখেতিৰ মালিক চাহাব বিলাকৰ উচটনিতে তেনে হ'বলৈ পালে। কস্তুৰবাৰ লগত এজন সহকাৰী শিক্ষক আছিল। তেওঁ বৰ উৎসাহী ডেকা আছিল। ইটাৰ কাম তেওঁ জানিছিল। তেওঁ নিজে ইটা তৈয়াৰ কৰিলে আৰু চেষ্টা কৰি খেৰিঘৰৰ ঠাইত তাত অলপ দিনৰ ভিতৰতে পকীঘৰ কৰি পেলালে। কস্তুৰবায়ে গাৱঁলীয়া লোক সকলক উৎসাহ দি কাম কৰোৱাবাবে অতি কম খৰচতে এই ঘৰ সহজে হৈ উঠিল।

চম্পাৰণত গান্ধীজীয়ে যি কেখন স্কুল পাতিছিল, তাত অকল পঢ়োৱাই নহয় তাৰ পৰা গাৱঁলীয়া লোক-সকলৰ চিকিৎসাৰ ব্যৱস্থাও কৰা হৈছিল। এৰাগুটিৰ তেল ( জোলাপ আদিৰ কাৰণে ), কুইনাইন, ঘাঁৰ কাৰণে মলম আদি ঔষধ বিনা পইচাই দিয়া হৈছিল। গাওঁৰ ওচৰা-ওচৰিত যাতে কোনো

ৰকমৰ ময়লা গোট নাখায় তাৰ কাৰণে সদায় দৃষ্টি ৰখা হৈছিল। আৰু এই বিষয়ত কস্তুৰবা প্ৰধান আছিল।

চম্পাৰণৰ সত্যাগ্ৰহৰ সময়ত অকল কস্তুৰবায়েই মহিলা কৰ্ম্মী নাছিল। চম্পাৰণত কাম কৰিবলৈ আন আন গাৱঁতো গান্ধীজীয়ে মহিলা কৰ্ম্মী নিয়োগ কৰিছিল। তাৰ ভিতৰত ৺ মহাদেব দেশাইৰ পত্নী দুৰ্গাবেন, নৰহৰি পাৰেখৰ পত্নী মনিবেন, অৱন্তিকা বাঈ গোখলে, আনন্দীবাঈ প্ৰধান। ইবিলাক সকলোৱেই সত্যাগ্ৰহ মন্ত্ৰত দীক্ষিতা হৈছিল আৰু সেৱাকাৰ্য্য কৰিবৰ ভাৰ এতিয়াৰ পৰা গ্ৰহণ কৰি সকলোৱেই অভিজ্ঞতা অৰ্জ্জন কৰিছিল। এতিয়াৰ পৰাই তেওঁবিলাকৰ কৰ্ম্মশক্তিৰ ওপৰত আত্ম-বিশ্বাস জন্মে আৰু সত্যাগ্ৰহৰ ফলত যে যথেষ্ট কাম কৰিব পাৰি তাৰো প্ৰত্যয় জন্মে। চম্পাৰণৰ সত্যাগ্ৰহ সেই কাৰণে ভাৰতত সদায় বিখ্যাত হৈয়ে থাকিব।

চম্পাৰণ সত্যাগ্ৰহৰ ফলো ভালেই হল। যি “তিনি কাঠিয়া” প্ৰথাৰ বিৰুদ্ধে সত্যাগ্ৰহ আৰম্ভ কৰা হৈছিল সি উঠি গল। কাজেই নীলখেতিয়ক চাহাব মালিক বিলাকৰ পীড়ন বন্ধ হল। সত্যাগ্ৰহৰ কামত সুফল পোৱাৰ পিচতো গান্ধী কস্তুৰবায়ে গাওঁ সংগঠনৰ কামত তাত কিছুদিন থাকিবৰ কথা আছিল। কিন্তু কাৰণ বশতঃ খেড়া জিলাত সত্যাগ্ৰহ পৰিচালনা কৰিবৰ কাৰণে আমন্ত্ৰণ অহাত দুয়ো তাৰ পৰা যাব লগাত পৰিল।

১৯১৮ চন। সেই বছৰ খেড়া জিলাত খেতি ভালকৈ নোহোৱাত তাৰ প্ৰজা সকলে খাজনা দিব নোৱাৰা হল।

তাত এনে আইন আছিল যে টকাৰ ভিতৰত চাৰি অনা মাথোন খেতি হলে সেই বছৰ খাজনা দিব নালাগে। প্ৰজা সকলৰ মতে সেই বছৰ খেতি চাৰি অনাই হোৱা নাই কিন্তু চৰকাৰৰ ফালৰপৰা ধৰিলে যে চাৰি অনাতকৈ বেছিহে খেতি হৈছে। এনে গোলমালত উপায় নাপাই প্ৰজাসকলে গান্ধীজীক তালৈ মাতি আনিলে। গান্ধীজী আহি খেতি চাই তেওঁৰ প্ৰজাসকলৰ ওপৰত বিশ্বাস জন্মিল। গতিকে গভৰ্ণমেণ্টক সেই বছৰ খাজানা বন্ধ ৰাখিবলৈ নিবেদন জনালে। সেই আবেদন গৱৰ্ণমেণ্টে নামঞ্জুৰ কৰাত গান্ধীজীয়ে সত্যাগ্ৰহ আন্দোলন আৰম্ভ কৰে। কোনো প্ৰজাই খাজানা নিদিব বুলি প্ৰস্তাব গৃহীত হল। চৰকাৰ পক্ষই তিনি মাহলৈকে প্ৰজাৰ ওপৰত দমন নীতি চলালে। মাল ক্ৰোক্ কৰি, মাটি নীলাম দি, মানুহক ফাটেকত দি নানাপ্ৰকাৰে চালে। তিনি মাহৰ পিচত চৰকাৰে দমন নীতি বন্ধ কৰিলে—সত্যাগ্ৰহৰ জয় হ'ল।

খেড়া জিলাত সত্যাগ্ৰহ শেষ হোৱাৰ লগে লগেই গান্ধীজীয়ে দিল্লীৰ সমৰ পৰিষদৰ পৰা নিমন্ত্ৰণ পালে। তালৈ গ'ল আৰু যুদ্ধত ইংৰাজক সহায়তা কৰিবলৈ স্বীকাৰ কৰিলে। সৈন্য সংগ্ৰহতে গান্ধীজীয়ে মন দিলে। তেওঁ খেড়া জিলাতে তেনে সৈন্য সংগ্ৰহ কাৰ্য্য কৰিবলৈ ধৰিলে। গান্ধীজীয়ে ভাবিছিল—অস্ত্ৰ আইন যে অন্যায়—সেইটো প্ৰমাণ কৰিবৰ হ'লে অস্ত্ৰ ব্যৱহাৰৰ সুযোগ গ্ৰহণ কৰি যুদ্ধত ইংৰাজৰ পক্ষে সশস্ত্ৰে সহায় কৰিলে তেওঁলোকে হয়তো এই আইন তুলি দিব।" ইয়াকে আশা

কৰিহে তেওঁ এই কামত লাগি বহুতো সমালোচনাৰ সম্মুখীন হব লগাত পৰিছিল।

নানা কাৰ্য্যত ব্যস্ত থাকি গান্ধীজীয়ে স্বাস্থ্যৰ নিয়ম যথাযথ পালন কৰিব পৰা নাছিল। গতিকে তেওঁ গ্ৰহণী ৰোগত আক্ৰান্ত হল। সি ক্ৰমে টান হ'ল—এনে কি জীৱন সঙ্কটাপন্ন হল। চিকিৎসক সকলে মত প্ৰকাশ কৰিলে যে গাখীৰ নাখালে মহাত্মাজীৰ জীৱন ৰক্ষা পৰা টান। গান্ধীজীয়ে গৰু গাখীৰ নাখাওঁ বুলি প্ৰতিজ্ঞা কৰিছিল। সেই প্ৰতিজ্ঞা ভঙ্গ কৰিবলৈ তেওঁ নাৰাজ। এই সঙ্কট কালত কস্তুৰবাৰ তীক্ষ্ণ বুদ্ধি কেনেকৈ কামত লাগিল—ছাগলী গাখীৰ খাবলৈ বুদ্ধি উলিয়ালে সেই কথা আগতে উদাহৰণ স্বৰূপে লেখা হৈছে। যিহওক, গান্ধীজীয়ে এতিয়াৰ পৰাই ছাগলী গাখীৰ খাবলৈ ধৰে। তেওঁ তাৰ পৰাই ৰোগৰ পৰা হাত সাৰিল উভয়কুল ৰক্ষা পৰিল,—প্ৰতিজ্ঞাও ৰল আৰু ৰোগমুক্তও হ'ল।

যোৱা মহাযুদ্ধত বৃটিছ গভৰ্ণমেণ্টে আমাৰ দেশৰ পৰা যথেষ্ট সাহায্য পাইছিল। তাৰ মূলত আছিল গান্ধীজীৰ সহযোগিতা। লাখে লাখে সৈন্য, কোটিয়ে কোটিয়ে টকাৰ সাহায্যৰ পৰিবৰ্ত্তে ভাৰতবৰ্ষই পালে ৰাওলাট আইন আৰু তাৰ প্ৰতিক্ৰিয়াৰ ফলত হোৱা জালিয়ানওৱালাবাগৰ নিষ্ঠুৰ হত্যাকাণ্ড। গান্ধীজী অতিশয় ব্যথিত হল। তেওঁ তেতিয়াও ৰোগৰ পৰা সম্পূৰ্ণ মুক্ত হোৱা নাই। তথাপি তেওঁ স্থিৰ কৰিলে এনে গভৰ্ণমেণ্টৰ লগত আৰু সহযোগিতা অসম্ভৱ।

গতিকে দেশৰ মৰ্য্যাদা ৰক্ষা আৰু স্বাধীনতা পুনৰুদ্ধাৰৰ কাৰণে ভাৰতত অহিংস অসহযোগ সংগ্ৰাম আৰম্ভ কৰিব লগাত পৰিল আৰু পথ প্ৰদৰ্শক হিচাবে গান্ধীজীয়েই সেই সংগ্ৰামৰ নেতৃত্ব ভাৰ গ্ৰহণ কৰিলে। এই আন্দোলন আৰম্ভ হৈছিল ১৯২০ চনৰ ডিচেম্বৰ মাহৰ কংগ্ৰেছ অধিবেশনৰ পিচৰ পৰা। কিন্তু গভৰ্ণমেণ্টে এই আন্দোলন মষিমূৰ কৰিবলৈ "দমন নীতি" আৰম্ভ কৰিছিল ১৯২১ চনৰ শেষৰ ফালৰ পৰা।

১৯২২ চনৰ ১০ মাৰ্চ্চ তাৰিখে সত্যাগ্ৰহ আশ্ৰমত পুলিচে মাহাত্মা গান্ধী আৰু শঙ্কৰলাল বেঙ্কাৰক গ্ৰেপ্তাৰ কৰে। তাৰ কাৰণ হৈছে "ইয়ং ইণ্ডিয়া" পত্ৰিকাত ৰাজদ্ৰোহৰ প্ৰবন্ধ প্ৰকাশ। তেতিয়া গান্ধীজী—আছিল কাগজৰ সম্পাদক আৰু বেঙ্কাৰজী আছিল প্ৰকাশক। ১৮ মাৰ্চ্চৰ পৰা আহ্মদাবাদৰ চেচন জজৰ আদালতত এই ৰাজদ্ৰোহৰ মোকৰ্দ্দমা আৰম্ভ হয়। বিচাৰৰ ফলত গান্ধীজীৰ ছবছৰ ফাটেক হয়।

মহাত্মা গান্ধীৰ ছবছৰ ফাটেক হোৱা বাবে কস্তুৰবা বিচলিত হোৱা নাছিল। বৰং তেওঁ স্বদেশবাসী ভাই ভনী সকলৰ উদ্দেশ্যে তলত লিখা বিবৃতিটি দিছিল :—

হে মোৰ দেশবাসী নৰ-নাৰী সকল,

আজি মোৰ প্ৰিয়তম স্বামীৰ ছবছৰ ফাটেক হ'ল। মই অস্বীকাৰ কৰিব নোৱাৰোঁ যে মোৰ স্বামীয়ে এনে গুৰুতৰ দণ্ড পোৱাত মই মনোকষ্ট পোৱা নাই ; কিন্তু এই নিদাৰুণ ঘটনাৰ মোৰ পক্ষে সান্ত্বনা এয়ে যে আমাৰ পক্ষে এই দণ্ডাদেশৰ কাল

চমু কৰি তেওঁখেতক জেলৰ পৰা আগতে খালাচ কৰি অনা অসম্ভৱ কাম নহয়। আমি সকলোৱে চেষ্টা কৰিলে এই দণ্ড ভোগৰ বহুতো আগতে তেওঁখেতক মুক্ত কৰি আনিব পাৰোঁ।

যদি ভাৰতবৰ্ষ জাগ্ৰত হৈ উঠি কংগ্ৰেছৰ দ্বাৰা নিৰ্দ্ধাৰিত গঠন-মূলক কাম কৰে তেনেহলে যে আমি তেখেতক মুক্ত কৰি আনিব পাৰিম তাত মোৰ বিন্দু মাত্ৰ সন্দেহ নাই। অকল সেয়ে নহয়—এই উপায়ৰ দ্বাৰা আমি যোৱা ১০ মাহ সংগ্ৰামত লিপ্ত হৈ যি তিনটি মূল লক্ষ্যত উপস্থিত হবৰ কাৰণে দুখ-কষ্ট সহ্য কৰিছোঁ সেই সাধনাত সিদ্ধি লাভ কৰিও তৃপ্তি লাভ কৰিব পাৰিম।

প্ৰতিকাৰ আমাৰ হাততে আছে। আমি যদি বিফল হওঁ—তেনেহলে জানিব লাগিব যে দোষ আমাৰেই। সেই কাৰণে মই দেশৰ যি সকল নৰ নাৰীয়ে মোক ভাল পায় বা মোৰ স্বামীৰ প্ৰতি আস্থা ৰাখে, সিবিলাক সকলোকে এই অনুৰোধ জনাইছোঁ যে সিবিলাকে সকলোৱেই যেন সৰ্ব্বান্তঃকৰণৰে এই গঠনমূলক কাৰ্য্যত আপোনাক নিয়োজিত কৰে, তাৰ সফলতাৰ কাৰণে চেষ্টা কৰে।

সকলো কামৰ ভিতৰত (কাৰ্য্যক্ৰম) মহাত্মাজীয়ে যঁতৰ আৰু খদ্দৰৰ ওপৰতে বেছিকৈ জোৰ দিয়ে। এই বিষয়ত যদি আমিও সফল হওঁ তেনেহলে অকল যে আমাৰ দুৰ্দ্দশাক্লিষ্ট অসংখ্য মানুহৰ মাথোন যে অৰ্থনৈতিক সমস্যাৰ সমাধান হ'ব এনে নহয় এই উপায়ৰ দ্বাৰা ভাৰতৰ ৰাজনৈতিক নাগপাশো ছিন্ন হৈ যাব।

সেই কাৰণে গান্ধীজীৰ সেই দৃঢ় বিশ্বাসত আস্থা ৰাখি ভাৰতৰ পক্ষে এই দুঃসময়ৰ পক্ষে প্ৰধান কৰ্ত্তব্য হৈছে—

(১) বিদেশী কাপোৰ বৰ্জ্জন, খদ্দৰ পৰিধান, আৰু সকলোকে সেই মন্ত্ৰত দীক্ষিত কৰিবৰ চেষ্টা।

(২) প্ৰত্যেক নাৰীৰ কৰ্ত্তব্য এই যে ধৰ্ম্মৰ অঙ্গ স্বৰূপে গ্ৰহণ কৰি প্ৰতিদিনে সূতা কাটিব লাগে।

(৩) প্ৰত্যেক কাপোৰ ব্যৱসায়ীৰ কৰ্ত্তব্য বিদেশী কাপোৰ বিক্ৰী বন্ধ কৰিব লাগে।

অকল এয়ে নহয় কস্তুৰবায়ে স্বকীয়াকৈ ভাৰতৰ নাৰী সমাজলৈকো যতৰ আৰু খদ্দৰ গ্ৰহণ কৰিবৰ কাৰণে আবেদন জ্ঞাপন কৰে। তেওঁ কৈছিল যে এই কাৰ্য্যই গান্ধীজীৰ সবাতোকৈ প্ৰিয় কাম। সেই কাৰণে এনে কৰ্ম্ম তালিকা গ্ৰহণ কৰিলে তেওঁৰ প্ৰতি প্ৰকৃত শ্ৰদ্ধা দেখুৱা হ'ব আৰু লগে লগে দেশ-সেৱা কৰাও হব।

কস্তুৰবাৰ পেটমোছা সন্তান দেবদাস গান্ধী। তেওঁ অসহ-যোগ আন্দোলনত ভাৰতবাসীক যোগ দিবলৈ তেওঁৰ পত্ৰিকাৰ যোগে আহ্বান কৰিলে। সেই অপৰাধত তেওঁৰ দেড় বছৰ ফাটেকৰ আদেশ হয়—তাৰিখ ১২ মে ১৯২২ চন। কস্তুৰবায়ে লৰাৰ কাৰাদণ্ডৰ আদেশ শুনি "নৱজীৱন" পত্ৰিকাত লিখিলে—"মোৰ মুঠে দুটি লৰা ফাটেকলৈ গৈছে। কিন্তু ভাৰত মাতাৰ কুৰি হাজাৰ লৰা আজি জেলত। এতেকে মই দুঃখ কৰিম কিয় ? ভাৰত মাতাৰ ডেকা লৰাহঁত, তোমালোকে সকলোৱে

বিশেষ উৎসাহেৰে খদ্দৰৰ কামত আত্ম-নিয়োগ কৰা। এনে কাম কৰিলে তোমালোকে তোমালোকৰ ভায়েৰাহঁতক ঘূৰাই পাবা কিম্বা তোমালোকে অন্ততঃ ফাটেকত তেওঁলোকৰ লগ ধৰিব পাৰিবা।

এই কথাৰ পৰা দেখা যায়—কস্তুৰবা পুত্ৰৰ ফাটেকত অলপো বিচলিত হোৱা নাছিল। বীৰ সন্তানৰ জননীৰ দৰেই উক্ত কথাখিনি তেজস্বিনী ভাষাত প্ৰকাশ পাইছে। এনে বীৰত্বৰ কাৰণেই কস্তুৰবা আজি আদৃতা, সন্মানিতা সমগ্ৰ দেশ-বাসীৰ ওচৰত।

কস্তুৰবাৰ লৰাৰ ফাটেক হোৱাৰ অলপ দিন পিচতে গুজৰাট প্ৰাদেশিক ৰাষ্ট্ৰীয় সম্মিলনীৰ সভানেত্ৰী পদৰ কাৰণে তেওঁক আহ্বান জনায়। সেই সম্মিলনীতে কস্তুৰবায়ে গুজৰাটী ভাষাত অভিভাষণ দিছিল। তাত খদ্দৰ তৈয়াৰ আৰু ব্যৱহাৰ আৰু অস্পৃশ্যতা দূৰ কৰা· বিষয়েই জোৰ দি কথা কৈছিল। তেওঁৰ কথা কোৱা সহজ, সৰল—মৰ্ম্মস্পৰ্শী! ৰাষ্ট্ৰীয় ক্ষেত্ৰত মুকলি মূৰীয়াকৈ কস্তুৰবাৰ এয়ে প্ৰথম আবিৰ্ভাব। নতুবা তেওঁ সদায় নীৰৱকৰ্ম্মী থাকিয়েই ভাল পায়। তেওঁৰ কথাত অসীম ধৈৰ্য্য, আৰু সহিষ্ণুতাৰ প্ৰকাশ পায়। আৰু শুনোঁতা সকল স্তম্ভিত হয়।

১৯২৪ চনৰ জানুয়াৰী মাহত গান্ধীজীক জেলৰ পৰা খালাচ দিয়ে। তেতিয়াও তেওঁৰ ফাটেকত ভোগকাল দুবছৰ পূৰা হোৱা নাছিল। কঠিন আপেণ্ডিচাইটিচ ৰোগ হোৱাত তেওঁক মুক্তি

দিয়া হৈছিল আৰু ডাঃ মোভকৰ দ্বাৰা পুণাৰ ছেছুন হাস্পতালত অস্ত্ৰোপচাৰ কৰা হৈছিল। সি কৃতকাৰ্য্য হোৱাৰ ফলত গান্ধীজী সেই যাত্ৰা ৰক্ষা পৰিল। যি হওক এই সময়ত কস্তুৰবাৰ মানসিক উদ্বেগ কেনে আছিল চিন্তা কৰাও টান। কিন্তু তেওঁ ধীৰভাবেই তাক সহ্য কৰিছিল।

মহাত্মাজী অলপ সুস্থ হৈ উঠি দেখা পালে যে কংগ্ৰেছৰ ভিতৰত দলাদলি। স্বৰাজ্য দল গঠিত হৈ দেশত তোলপাৰ। সৰহভাগ মানুহে অহিংস আন্দোলনৰ প্ৰকৃত মৰ্ম্ম গ্ৰহণ কৰিব পৰা নাই। তেওঁ ইয়াত ব্যথিত হ'ল আৰু ১৯২৫ চনত কংগ্ৰেছ ওৱাৰ্কিং কমিটী পাতি গান্ধীজীয়ে গঠন মূলক কাৰ্য্যত মাথোন নিজক নিয়োজিত ৰাখিবৰ কাৰণে,—"নিখিল ভাৰত কাটনি সঙ্ঘ" স্থাপন কৰি লয় আৰু ৰাজনীতি ক্ষেত্ৰৰ পৰা সাময়িক ভাৱে অৱসৰ গ্ৰহণ কৰে' এই সময়তো কস্তুৰবায়ে মহাত্মাক অনুসৰণ কৰি নিজ শক্তিৰে প্ৰকৃত সহধৰ্ম্মিণীৰ কৰ্ত্তব্য পালন কৰিছিল।

মহাত্মাজীৰ স্বাস্থ্য তেতিয়াও সম্পূৰ্ণৰূপে ভাল হোৱা নাই; এনেতে বোম্বাই চহৰত হিন্দু-মুছলমানৰ বৰ ডাঙৰ দাঙ্গা হাঙ্গামা হল। তাৰ ফলত বহুতো মানুহ মৰিল। এই কথাত তেওঁ মৰ্ম্মাহত হ'ল। দেশৰ এনে অশোভনীয় পৰিস্থিতিৰ কাৰণে গান্ধীজীয়ে নিজকে দায়ী বুলি ধৰি ললে। নেতাৰ গাতেই তো দেশবাসীৰ কৰ্ম্মফল বৰ্ত্তে। সেই কাৰণে ইয়াৰ প্ৰায়শ্চিত্ত স্বৰূপ তেওঁ ২১দিন উপবাস কৰিবলৈ স্থিৰ কৰিলে। এই

উপবাসৰ সময়ত কস্তুৰবাৰ মনত কি চিন্তা হৈছিল? তথাপি তেওঁ তঁায়াৰ দৰে স্বামীৰ ওচৰত থাকি দিনে ৰাতিয়ে শুশ্ৰূষা-পৰায়ণা হৈ ভগবানক অহৰহ প্ৰাৰ্থনা কৰিবলৈ ধৰিলে। তেওঁৰ প্ৰাৰ্থনা ভগবানে পুৰণ কৰিলে। গান্ধীজীয়ে কৃতকাৰ্য্যতাৰে এই উপবাস নিৰ্ব্বিঘ্নে পালন কৰিব পাৰিলে। ব্ৰতভঙ্গ কৰিবলৈ যি সুমথিৰাৰ ৰস গান্ধীজীয়ে গ্ৰহণ কৰিছিল সেই ৰস দিবৰ সৌভাগ্যও কস্তুৰবায়েই লাভ কৰিছিল।

১৯২৯ খৃষ্টাব্দত লাহোৰত যি কংগ্ৰেছ মহাসভাৰ অধিবেশন বহিছিল তাতেই প্ৰথম পূৰ্ণ স্বাধীনতাৰ প্ৰস্তাব গৃহীত হৈছিল। এতিয়াৰ পৰা আকৌ অহিংস সংগ্ৰাম চলাবলৈ স্থিৰ হৈছিল। আৰু সেই সংগ্ৰাম পৰিচালনাৰ ভাৰ মহাত্মা গান্ধীৰ ওপৰত পৰিছিল। মহাত্মায়ো এতিয়া গঠনমূলক কাৰ্য্যৰ পৰা পোন-পটীয়া সংঘৰ্ষৰ কাৰণে আগ বাঢ়ি আহিল আৰু লোন আইন অমান্য কৰি গোটেই ভাৰতত ব্যাপক আন্দোলন চলাবলৈ স্থিৰ কৰিলে। এতিয়াই বিখ্যাত "দণ্ডি অভিযান" আৰম্ভ হ'ল। এই আন্দোলনত কস্তুৰবায়েও আন বীৰ সৈনিক সকলৰ দৰে সমানে অংশ গ্ৰহণ কৰি নিজৰ অদম্য উৎসাহৰ আৰু দেশৰ স্বাধীনতাৰ কাৰণে অত্যধিক অসহিষ্ণুতাৰ পৰিচয় দিছিল।

১৯৩০ চনৰ ৫ মে তাৰিখে ৰেগুলেচনৰ ( ১৮২৭ খৃঃ ২৫ নং ৰেগুলেচন ) বলত গান্ধীজীক বিনা বিচাৰে অনিৰ্দ্দিষ্ট কালৰ কাৰণে আটক বন্দী হিচাবে ৰাখিবৰ আদেশ হয়। গ্ৰেপ্তাৰৰ সময়ত কস্তুৰবাইলৈ কিবা কৈ পঠাবনে কি বুলি প্ৰশ্ন কৰিলত

গান্ধীজীয়ে ক'লে,—"তেওঁ নিজে সাহিয়াল তিৰোতা। তেওঁলৈ কব লগা কোনো কথা মোৰ নাই!" কস্তুৰবা তেতিয়া জালাল-পুৰব দেশসেৱিকা আশ্ৰমত আছিল। তেওঁ গান্ধীজীৰ গ্ৰেপ্তাৰব কথা শুনি কলে,—"গ্ৰেপ্তাৰ হ'ল এতিয়া কি হ'ল? মই অলপো বিচলিত হোৱা নাই।" তাৰ পিচত দেশবাসীৰ কাৰণে এটি বাণী দিলে। সেই বাণীত তেওঁৰ তেজ প্ৰকাশ পাইছে। তেওঁ জনালে,—"মহাত্মাজীক আমাৰ মাজৰ পৰা চৰকাৰে আঁতৰাই নিলেও ভাৰতৰ স্বাধীনতা লাভৰ কাৰণে কৰা কাৰ্য্য ব্যাহত হোৱা নাই বা বাধা নপৰে। যদি জাতিয়ে অন্তৰেৰে সৈতে তেওঁক মানে তেন্তে দুগুণ উৎসাহেৰে আন্দোলনত যোগ দিয়া উচিত। উকীল সকলে এতিয়া আদালত বৰ্জ্জন কৰা উচিত আৰু মহিলাসকলৰ ওপৰত মহাত্মাজীয়ে যেনে ভাৰসা ৰাখে সেইমতে তেওঁ বিলাকেও আগ-বাঢ়ি অহা উচিত। তাৰ দ্বাৰা তেওঁলোকৰ যোগ্যতাই প্ৰমাণিত হ'ব। বিদেশী কাপোৰ বৰ্জ্জন আৰু ৰাগীয়াল বস্তু ত্যাগ কৰাবলৈ চেষ্টা তেওঁলোকেই ঘাইকৈ কৰা উচিত। মই আগ্ৰহেৰে আশা কৰিছোঁ চাবলৈ—ভাৰতীয় সকল কেনে ধাতুৰে গঢ়া! আৰু অন্ততঃ তেওঁলোকে গৱৰ্ণমেণ্টৰ এই সমৰ্থনৰ অযোগ্য কামৰ যথোচিত উত্তৰ দিব কাৰ্য্য দ্বাৰা।"

লোন আইন অমান্য আন্দোলনৰ সময়ত চৰকাৰে দমন-নীতি অতি কঠোৰ ভাবে প্ৰয়োগ কৰিছিল। পুৰুষ সত্যাগ্ৰহীৰ কথাই নাই নাৰী সত্যাগ্ৰহী সকলৰ ওপৰতো লাঠি চাৰ্জ্জ কৰা

হৈছিল। , এনে লাঠিৰ কোব ধৰ্সনা আৰু বোৰছাদত বেছি পৰিমাণে হৈছিল।

কস্তুৰবাৰ তেতিয়া স্বাস্থ্য বেয়া। ৰক্তহীনতা ৰোগ। গুজৰাটৰ নৰছাৰি নগৰৰ ওচৰৰ মাৰোলি নামে এখন গাওঁত কুমাৰী মিথুবেন পেটীটৰ ঘৰত আলহী হৈ কস্তুৰবা কিছুদিন আছিল। এদিনাখন পুৱাতে আশ্ৰমত খোঁৱাদি কস্তুৰবায়ে চাহৰ' পৰিবৰ্ত্তে এবাতি "ৰেব" (একপ্ৰকাৰ পানীয়) খাবলৈ ধৰিছে এনেতে বোৰছাদৰ পৰা এখন জৰুৰী টেলিগ্ৰাফ আহিল। তাৰ মৰ্ম্ম আছিল যে তাত অলপতে বৰ বেছি ৰকমে নাৰী সত্যাগ্ৰহী সকলৰ ওপৰত লাঠি চলোৱা হৈছিল—তাতে বহুতো হাস্পতালত আছেগৈ। কস্তুৰবা এই সময়ত তালৈ এবাৰ গ'লে ভাল।" টেলিগ্ৰাফ খন পঢ়ি শেষ কৰাৰ লগে লগে সেই "ৰেব" তাতে এৰি তেওঁ ভিতৰলৈ উঠি গ'ল আৰু লগত নিব লগীয়া বস্তু সংগ্ৰহ কৰিবলৈ লাগিল।—ইচ্ছা যিমান সম্ভৱ শীঘ্ৰে ৰেল ধৰি বোৰছাদলৈ যাব।

কুমাৰী মিথুবেনে কলে,—"বা, আপোনাৰ গা অসুখ। ডাক্তৰে আপোনাক বিশ্ৰাম লবলৈ দিছে। আপোনাৰ সলনি ময়েচোন বোৰছাদলৈ যাওঁ।" কস্তুৰবাই কথা সদায় বৰ কম কয়। তেওঁ মূৰ জোকাৰি সেই কথা অস্বীকাৰ কৰিলে। মোনা এটাতে লাগতিয়াল বস্তু খিনি আৰু এখন কম্বল লৈ যাবলৈ ওলালেই। কলে,—"যি সকল সন্তানে ইমান সাহেৰে পুলিচৰ লাঠিৰ কোবৰ আগত ঠিয় হ'ব পাৰিছিল, সিহঁতক মই

চাবই লাগিব। মই তেওঁলোকৰ ওচৰলৈ গৈ উৎসাহ দিবই লাগিব। বাপু থকা হেঁতেন আজি তেওঁলোকৰ মাজত থাকিল হেঁতেন কিন্তু আজি তেখেত নাই।"

তাৰ পিচত গুজৰাটি ভাষাত সৰল ভাবে এটি বিবৃতি মুখে মুখে কৈ গ'ল আৰু এজনে লিখি ল'লে। তেওঁ লাঠি চাৰ্জ্জ কৰাটো যে কেনে নৃশংস সেইটো কঠিন ভাষাৰে সমালোচনা কৰিলে। বোৰছাদৰ যি সকল নাৰী আহত হৈছিল তেওঁবিলাকক আশ্বাস দি জনালে যে শীঘ্ৰে সিবিলাকক লগ ধৰিব। সেই বিবৃতিটো ইংৰাজীলৈ অনুবাদ কৰি প্ৰচাৰাৰ্থে বাতৰি কাকতত দিবলৈ দিলে। তাৰ পিছত ৰেল ধৰি তেওঁ স্বামীৰ দ'ৰেই তৃতীয় শ্ৰেণীৰ গাড়ীত উঠি বোৰছাদলৈ বুলি ৰাওনা হ'ল।

কুমাৰী মিথুবেন পেটিটৰ ঘৰত আলহী হিচাবে মাৰলি গাৱঁত থকা নিৰীহ কৰ্ম্মৰতা কস্তুৰবা যেন এতিয়া সম্পূৰ্ণ বিপৰীত ধৰণৰ হৈ উঠিছে। তাত থাকোঁতে সৰহ সময় সূতা কাটে আৰু লগে লগে বাতৰিকাকত এজনক পঢ়িবলৈ লগাই দি শুনে। সন্ধ্যা সময়ত ওচৰৰ গাৱঁলৈ গৈ খদ্দৰৰ বিষয়ে মানুহক সহজ কথাৰে বুজাইদি গ্ৰহণ কৰিবলৈ উদগনি দিয়ে। কিন্তু ৰেলত অহাৰ পৰাই দেখা গ'ল তেওঁৰ নতুন ব্যক্তিত্ব। বোৰছাদলৈ যোৱা সহজ নাছিল—কেইবা বাৰো নামি উঠি কেইবা প্ৰকাৰেও গৈ হে যান-বাহনেৰে বোৰছাদ পাব পাৰি। বোৰছাদলৈ যদিও গৈছিল তাৰ কাৰ্য্যৰ পিচত কাৰ্য্যতঃ তেওঁ ওচৰাওচৰি

কাইৰা জিলাৰ প্ৰায় এশখন মান গাওঁলৈ গৈছিল। এতিয়া তেওঁ শৰীৰৰ অসুখ পাহৰি গ'ল। দিনৰাতি সমকাৰে নানা কাৰ্য্যত বেলেগ বেলেগ ঠাইত ঘূৰি ফুৰি থাকে। স্থানীয় নেতা সকলক দেখা কৰা, ঘটনাৰ বিস্তৃত বিবৰণ জানিবলৈ চেষ্টা কৰি বিবৃতি দিয়া, সত্যাগ্ৰহী সকলক হাস্পতাললৈ গৈ উৎসাহ দিয়া; খবৰ লোৱা আদি কাৰ্য্যই তেওঁৰ প্ৰধান। কস্তুৰবায়ে আন্দোলনৰ নেতাৰ দৰেই নিষ্ঠাৰে কৰিব লগা যাবতীয় কাৰ্য্য মনোযোগৰে কৰিছিল।

বোৰছাদত থাকি কিছু দিন কামকৰাৰ পিচত কস্তুৰবা নাদিয়াদলৈ আহিল। তাত কেজনমান ডাক্তৰে তেওঁৰ স্বাস্থ্য পৰীক্ষা কৰি মত দিলে যে তেখেতৰ স্বাস্থ্য এতিয়া বেয়া; সম্পূৰ্ণ বিশ্ৰামৰ প্ৰয়োজন এই সময়ত। কস্তুৰবাই সেই কথাত আপত্তি কৰি ক'লে যে—"মই সম্পূৰ্ণ ভালে আছোঁ। মই গোটেই জীৱনটো বাপুৰ পিছে পিছে ফুৰাত, আশ্ৰমত থাকি তাৰ নিয়ম পালন কৰি বিশ্ৰামতে কটাইছোঁ। শান্তিৰ সময়ত এইদৰে বাপুজীৰ কাৰ্য্যত সহায়তা কৰিলেও এনে যুদ্ধৰ সময়ত তেখেতৰ অভিপ্ৰেত কাৰ্য্য কৰিবলৈ নিজক নিয়োযিত কৰিবৰ সুযোগ সহজতে নাপাওঁ। এতিয়া সৌভাগ্যক্ৰমে এই সংগ্ৰামত কোনোবা প্ৰকাৰে সহায়তা কৰিবৰ সুযোগ মিলাত মই এতিয়া অলপ কথাৰ কাৰণে তাক ত্যাগ কৰিব নোৱাৰোঁ। মোক বিনা বাধায় এই সেৱাকাৰ্য্যত লিপ্ত থাকিবলৈ সুবিধা দিয়াব, মোৰ এয়ে প্ৰাৰ্থনা।"

বন্ধুসকলৰ অনুনয় বিনয়তো বা নিজ স্বাস্থ্যৰ কাৰণেও কস্তুৰবাক এই গুৰুকাৰ্য্যৰ পৰা আঁতৰ কৰিব পৰা নগ'ল। দৃঢ়চেতা এই নাৰী কৰ্ত্তব্যত অটল থাকিল। গুজৰাটৰ বিভিন্ন ঠাইত নিজে ঘূৰি ফুৰি চৰকাৰৰ লাঠিচাৰ্জ্জ বা আন দমন-নীতিৰ পীড়নত কোনেও ভয় নকৰি দেশৰ স্বাধীনতাৰ কাৰণে যুজিবলৈ উপদেশ দিছিল। কস্তুৰবাৰ প্ৰচাৰ কাৰ্য্যৰ ফলত গুজৰাটৰ মহিলা সমাজৰ মনৰ দুৰ্ব্বলতা আঁতৰিল। তেওঁ-বিলাকে সত্যাগ্ৰহ সংগ্ৰামত যথেষ্ট বীৰত্ব প্ৰকাশ কৰিব পাৰিলে। প্ৰকৃততে তেওঁবিলাকৰ এনে কৰ্ত্তব্যনিষ্ঠাৰ মূলত কস্তুৰবাৰ প্ৰেৰণা।

১৯২০-২১ চনৰ পৰাই ভাৰতবৰ্ষই কংগ্ৰেছ মহাসভাৰ যোগে স্বৰাজ বা স্বাধীনতা লাভৰ কাৰণে গভৰ্ণমেণ্টৰ লগত যুদ্ধৰত দেশৰ মানুহৰ দৰে মনোবৃত্তি লৈয়ে কাম কৰি আহিছে। তেতিয়াৰ পৰা আজিলৈকে চাৰিবাৰ চৰকাৰৰ লগত প্ৰত্যক্ষ সংঘৰ্ষ ঘোষণা কৰি ৰাজহুৱা ভাবে আন্দোলন কৰি আহিছে। এই সংঘৰ্ষৰ সময়ত কস্তুৰবাই স্বামীক অনুসৰণ কৰিও আগভাগতে ঠাই লৈ কাম কৰি ফুৰিছিল। সংঘৰ্ষৰ পিছত আশ্ৰমত থাকি (হয় সৱৰমতী, বা সেৱাগ্ৰাম) আশ্ৰম পৰিচালনা কাৰ্য্যত আত্মনিয়োগ কৰি গঠনমূলক কাৰ্য্যত সহায়তা কৰিছিল।

আশ্ৰমৰ ভিতৰ ফালৰ কাৰ্য্যত কস্তুৰবা গৰাকী আছিল। কিন্তু তেওঁ গৰাকীৰ দৰে পৰ্য্যবেক্ষণ কাৰ্যতে নাথাকি সাধাৰণ

আশ্রমবাসীৰ দৰে নিজ কাম ভগাই লৈ নিজ হাতে কামো কৰিছিল। তেওঁ স্বামীৰ যত্ন আৰু সেৱা কৰাৰ উপৰিও নিজ নাতীহঁতও বা আত্মীয়স্বজনৰ সেৱা কৰিছিল। তদুপৰি আশ্ৰমবাসী কুৰিজনৰ দৈনিক আহাৰ যোগাবৰ ভাৰ তেওঁৰ ওপৰত আছিল। তেওঁ ৰন্ধা বঢ়া কামত চকু দিছিল এনে নহয়। নিজে হাতে সময়ত ৰান্ধি আনক সহায়ো কৰিছিল। তেওঁৰ ঘড়ীৰ কাটাৰ দ'ৰে সকলো কাম নিজে ঠিক সময়ত কৰা অভ্যাস আছিল। তেওঁৰ দৰে আশ্ৰমৰ নিয়ম পালন বা সময় ৰাখি চলা মানুহ খুব কম দেখা যায়। যেই সেই মানুহে তেওঁৰ লগত থাকি কাম কৰিব নোৱাৰে। কিন্তু যাৰ নিয়ম বা সময়নিষ্ঠা আছে, তেনে মানুহে কস্তুৰবাৰ তলত থাকি কাম কৰি আনন্দ পাইছিল।

সবৰমতী আশ্ৰমত কস্তুৰবাই কেতিয়াবা গান্ধীজীৰ ওপৰতো খং কৰি উঠিছিল। সেই খঙলৈ মহাত্মাজীয়ে ভয় কৰি চলিছিল। কাৰণ দেখা যায় যে 'বা' প্ৰায়েই ঠিকত থাকে। বহুত সময়ত আশ্ৰমলৈ দূৰ-দূৰণিৰ পৰা হঠাতে বহুতো আলহী আহে; কাৰণ সেয়ে ভাৰতৰ ৰাজনৈতিক জাতীয় ৰাজধানী আছিল। আশ্ৰমৰ বেলেগ বেলেগ পাকশালাত সেই আলহী ভগাই দিলেও সাধাৰনতে "বা'ৰ" ভাগতে বেছি আলহী পৰিছিল। কেতিয়াবা হঠাতে অসময়ত সৰহায় আলহী আহিলে কিম্বা তেওঁৰ ভাগত পৰিলে তেওঁ জলৃজলাই উঠিছিল। তেনে অৱস্থাত গান্ধীজী মনে মনে থাকে আৰু পোট পেটে "বা"লৈ ভয় কৰে।

এদিনাখন ঠিক এনে এটা ঘটনাই হ'ল। আশ্ৰমৰ সকলোৱেই খাই উঠিল; পাকঘৰ মছি-কাছি পৰিষ্কাৰ কৰি উঠি বিশ্ৰাম কৰিবলৈ ধৰিছে। সেই দিনা কস্তুৰবাৰ শৰীৰ ভাল নাছিল। তাৰ ওপৰত পৰিশ্ৰম কৰাত ক্লান্ত হৈ তেওঁ শুইছিল। ঠিক এনে সময়তে গান্ধীজী ভিতৰলৈ আহিল আৰু মনে মনে ৰান্ধনি এজনক ক'লে যে "এঘণ্টাৰ ভিতৰতে কেজনমান বিশিষ্ট আলহী আহি পাব। খাবৰ দিহা কৰাইক কিন্তু "বাক" নামাতিবাহঁক। নিতান্ত যেতিয়া নোৱাৰিবা তেতিয়াহে জগাবা। পণ্ডিত মতিলাল নেহেৰু প্ৰভৃতি কেইবাজনো আহি পাব অলপতে। আৰু এটা কথা তোমালোকে "বাৰ" খং নোতোলাবা। এইদৰে কাম কৰিব পাৰিলে মোৰ পৰা পুৰস্কাৰ পাবা।" গান্ধীজীয়ে ৰান্ধনি ল'ৰাহঁতক এনেদ'ৰে কথা কৈছিল যেন কিবা এটা ষড়যন্ত্ৰহে কৰিছে!

সহায়কাৰী ৰান্ধনি লৰাহঁতেও পাকঘৰত কাম আৰম্ভ কৰিলে —চৌকা জলালে, তৰকাৰি কাটিলে, আটা মাৰিলে। এইদৰে আয়োজন কৰোঁতে হঠাতে পিতলৰ কাঁহী এখন হাতৰ পৰা মাটিত পৰি শব্দ উঠিল। সেই শব্দত 'বা' টোপনিৰ পৰা চক্ খাই উঠিল। তাত এটা মেকুৰী থাকে। সি প্ৰায়েই পাকঘৰত সোমাই উৎপাত কৰে। কস্তুৰবায়ে ভাবিলে সেই মৰা মেকুৰিটো সোমাই কিবা খালে। এই বুলি বিছনাৰ পৰা উঠি আহি পাকঘৰ সোমাই তাৰ কাণ্ডকাৰখানা দেখি অবাক্। তেওঁ লৰাহঁতক সুধিলে,—"এইবোৰ কি কৰিছাহঁক?" লৰাহঁতে

সকলো কথা কলে। শুনি বুদ্ধিমতী কস্তুৰবাৰ বুজিবলৈ বাকী নাথাকিল যে বাপুৰ বুদ্ধিতে ল'ৰা'হঁতে এইদৰে কাম কৰিছে। তেওঁ কলে,—"মোক কিয় নামাতিলাহঁক? তোমালোকে যিমান ভাবিছা মোৰ সিমান একো অসুখ হোৱা নাছিল।"

ৰাতি উপসনাৰ পিচত আলহীসকল শুবলৈ গ'ল। তেতিয়া কস্তুৰবা গান্ধীজীৰ ওচৰলৈ আহি অলপ কটাক্ষ কৰি সুধিলে,—"আলহীসকল অহাৰ বাতৰি মোক কিয় দিয়া নাছিল? মই ততালিকে সকলো দিহা কৰিলোঁহেঁতেন। মোক ইমান এলেহুৱা আৰু আলসুৱা বুলি ভাবিছেনে?" গান্ধীজীয়েও হাঁহি মাৰি উত্তৰ দিলে,—" 'বা', তুমি জানা নহয় এনেবোৰ কথাত মোৰ তোমালৈ বৰ ভয় লাগে।" কস্তুৰবাই উত্তৰ শুনি অবিশ্বাসৰ হাঁহি এটা মাৰিলে মাথোন। মুখেৰে নামাতিলে। বাপুৱে মিছা কথা নকয়। তেওঁ পৃথিবীত কালৈকো বা একোলৈকো ভয় নকৰে কিন্তু ভয় কৰি চলে নিজৰ অদমনীয় এই পৰিবাৰটিলৈ!

সবৰমতী বা সেৱাগ্ৰাম আশ্ৰমলৈ যি সকল বিশিষ্ট লোক পৰিদৰ্শন কৰিবলৈ আহিছিল সকলোৱেই কৰ্ম্মকুশলা স্বল্পভাষী কিন্তু সেৱা নিপুণা এই মহীয়সী নাৰীটিৰ প্ৰশংসা নকৰি নোৱাৰিছিল। মাতৃহৃদয়ৰ সমগ্ৰ স্নেহ ঢালি যেন সকলোকে সমানে আদৰ-যত্ন কৰাই তেওঁৰ ঘাই বিশেষত্ব। সেৱাভাবে সকলো কৰ্ত্তব্য কাম কৰি যোৱাই তেওঁৰ জীৱনৰ আদৰ্শ আছিল আৰু সেয়ে তেওঁৰ সাধনাও আছিল।

১৯২৮ আৰু ১৯৩০ খৃষ্টাব্দত বৰদৌলিত খাজানা বন্ধ আন্দোলন হৈছিল। অন্যায় ৰকমে অতিৰিক্তহাৰে লগোৱা খাজনা আদায় নকৰি "সত্যাগ্ৰহ" কৰাই আন্দোলনৰ ঘাই কথা। এই আন্দোলনৰ সময়ত গাৱঁৰ বহুতো মানুহে নিজ ইচ্ছাৰে শ' শ' মাইল দূৰৰ ভিতৰুৱাল গাৱঁলৈ গৈছিল। যাবৰ সময়ত তেওঁ বিলাকৰ খেতি পথাৰতে এৰি গৈছিল বা কোনোৱে খোতিত জুই লগাই দি গৈছিল। প্ৰায় মানুহেই মহৰ গাৰীত আনে নেদেখাকৈ লুকাই লুকাই যাব লগাত পৰিছিল—বহুত ঠাইত বাট বৰ বেয়া আছিল। এইদৰে ভগনীয়া মানুহক তেওঁলোকে "হিজৰাত" বুলিছিল। হিজৰাত হৈ পলাই যোৱাৰ ঘাই কথা আছিল খাজনাৰ দায়ৰ পৰা অব্যাহতি পোৱা, যাতে সৰ্দ্দাৰ বা পুলিচে খাজনাৰ বাবে ধৰিব নোৱাৰে বাটত।

বৰদৌলি জিলাৰ সীমাৰ বাহিৰত দুশমান এনে "হিজৰাত" থাকিব পৰা এখন পাম (কেম্প) আছিল। সেই পামলৈ এদিন সন্ধ্যা কস্তুৰবাক যোৱা দেখা গ'ল। কস্তুৰবা যাওঁতে খবৰ পাই গৈছিল যে তাত কলেৰা আৰু জ্বৰ হৈ বহুতো মানুহ মৰিছে। তালৈ যোৱা বৰ সহজ কথা নাছিল। তেতিয়া চৰকাৰী বাটেদি খদ্দৰৰ কাপোৰ পিন্ধা মানুহ যোৱা নিষিদ্ধ আছিল। গতিকে কস্তুৰবা খোতৰ মাজে মাজে পোকা পানীৰে ভৰা পথাৰৰ মাজে মাজে যাব লগাত পৰিছিল। তাতে সেই সময়টো আছিল বাৰিষা। কস্তুৰবাই কোনো

অসুবিধা বা বিপদলৈ ভ্ৰূক্ষেপ নকৰি বিপদগ্ৰস্ত "হিজৰাত" সকলক সেৱা কৰিবলৈ আগবাঢ়ি গৈছিল।

সেই পামঘৰ বিলাকত থকা মানুহৰ দুৰ্দ্দশাৰ কথা বৰ্ণাব নোৱাৰি। ঘৰৰ সংখ্যা কম। একেটা ঘৰতে মানুহ আৰু গৰু একেলগে থাকিব লগাত পৰিছিল। ঘৰবোৰ চাপৰ, ভেটিবোৰ জেকা, মহে-মাখিয়ে ভৰা। ঘৰৰ চাৰিওকালে গেলা-পচা পানীৰ গোন্ধ। লৰা-ছোৱালী বিলাক আচৰিত ৰকমৰ জ্বৰ হৈ বা কলেৰা বেমাৰ হৈ মৰিবই লাগিছে। ডাঙৰ মানুহ বিলাকৰো গোটেই গাত ঘাঁ-ফোঁহৰ হৈ কোঙা হৈ পৰি আছিল। খাবলৈ ভাল পানীৰ দিহা নাছিল ওচৰ ঠাইতো। গতিকে তেওঁবিলাকৰ কষ্টৰ সীমা নাছিল।

তাৰ মানুহ বিলাকৰ তেনে দুৰাৱস্থা দেখি বাস্তুৰবাই লগত যোৱা সত্যাগ্ৰহী কৰ্ম্মী সকলক কলে,—"মই ইয়াত কিছুদিন থাকিম। কিন্তু তোমালোক ইয়াত থাকিব নালাগে। সৰহ মানুহ থাকিলে ইয়াৰ মানুহৰ ওপৰত বেছি বোজা পৰিব।"

কস্তুৰবা তাত প্ৰায় এমাহ থাকিব লগা হৈছিল। তেওঁৰ উপস্থিতিত ইমান দিনে দুখ পাই থকা ৰাইজ সকলে বৰ সহায় পালে। তেওঁলোকৰ মনলৈ সাহ আহিল। এদিনৰ এটা ঘটনাৰ পৰা কস্তুৰবাৰ সেই কেম্পত কৰা কামৰ পৰিচয় পোৱা যাব।

এদিন পুৱা এজন মানুহ কস্তুৰবাৰ ওচৰলৈ কান্দি কান্দি আহি কলে,—"বা, মোৰ সৰ্ব্বনাশ হ'ল। পোন্ধৰ দিনমান

আগতে মোৰ একমাত্ৰ লৰাটি মৰিল। আজি মোৰ পৰিবাৰ মৰিল। তিনি মহীয়া ছোৱালী এটি এৰি গ'ল। তাইক চাবলৈ মোৰ কোনো নাই। মই নিজেও বেমাৰী আৰু শোকে বেমাৰে অস্থিৰ।"

আশ্বাসৰ সুৰেৰে কস্তুৰবাই মানুহজনক কলে—"ঈশ্বৰ আমাৰ সকলোৰে গৰাকী। তুমি বেজাৰ নকৰিবা। তুমি ঈশ্বৰৰ অপৰাধ কৰা নাই। তেওঁ কৃপা কৰি তোমাক সততে ৰক্ষা কৰিব। মোৰ শক্তিয়ে আটে মানে তোমাক সহায় কৰিম; বাপুৱে তোমাক এজন সাহিয়াল মানুহ বুলি প্ৰশংসা কৰিব। মই তোমাৰ আৰু তোমাৰ পোনাকণৰ ভাৰ ললোঁ। মোৰ লগত বৰদোলিলৈ বলা। তোমাৰ শোক কিছু কমে মানে ইয়াৰ পৰা অলপ দিনলৈ আঁতৰি যোৱাই ভাল হব।"

মৰমিয়াল কস্তুৰবাই সেই মানুহজনক বৰদোলিলৈ আনিলে। ছোৱালীটি আন নগৰীয়া নাৰী সত্যাগ্ৰহীৰে সৈতে তালাপি কৰি ডাঙৰ-দীঘল কৰিবলৈ ধৰিলে। কিছুদিন বৰদৌলিত থকাৰ পিচত উনতাক নামে তাৰ বাহিৰৰ এখন গাৱঁৰ পৰা কস্তুৰবালৈ খবৰ আহিল যে তেখেত তালৈ যাব লাগে। তাৰ গাওঁবুঢ়াই (Headman) ছয় গৰাকী নাৰী সত্যাগ্ৰহীৰ ওপৰত জুলুম কৰিছে। এনে কি কিছুমান কুলি লগত লৈ গৈ তেওঁবিলাকৰ ছাউনি ভাঙ্গি পেলালে। এই খবৰ পাই কস্তুৰবা বৰ বিমোৰত পৰিল। তেওঁ এতিয়া কৰে কি? এই পোনাকণ এৰি যায় কেনৈকৈ?

কিন্তু সেই মানুহজনে সাহ কৰি কলে,— 'বা', আপুনি মোৰ কাৰণে আৰু চিন্তা কৰিব নালাগে। মোৰ কাৰণে উন্‌তাকৰ মানুহে আপোনাৰ স্নেহৰ পৰা বঞ্চিত হব নালাগে। মোৰ বাহিৰেও পৃথৱীত বহুত মানুহৰে আপোনাৰ সহায়তাৰ আৱশ্যক। আপুনি যাওক।"

কস্তুৰবা বৰদোলিৰ পৰা যাবলৈ ওলাল অসংখ্য মানুহে তেওঁক আগবঢাই 'বাহুত' তুলি দিবলৈ আহিছে। সেই মানুহজনেও অকণমান পোনাটি এখন কম্বলত মেৰিয়াই লৈ বাক আগবঢাই থবলৈ আহিল। কস্তুৰবা বাচত উঠিল আৰু এৰ দিয়াৰ আগতে টোপোলাত বান্ধি অনা সেই ছোৱালীটি কোলাত লৈ আশীৰ্ব্বাদ কৰিলে—"এনে বিপদৰ মাজত তোৰ জন্ম' হিন্দুস্থানৰ সেৱাৰ কাৰণে তই দীৰ্ঘজীৱী হ।"

কস্তুৰবাই বিশ্ৰাম কাক বোলে নাজানিছিল। যিমান আঁতৰ গাৱৰ পৰা খবৰ আহিলেও কস্তুৰবা তালৈ যাবই। তেওঁ কাম কৰিবলৈ সদায় যেন নতুন বল পায়। যলৈকে যায় তাতে নিজক খাপ খুৱাই তেওঁ চলিব পাৰিছিল। বেলেগ বেলেগ ঠাইত ফুৰি থাকোঁতেও তেওঁ আশ্ৰমৰ যাৱতায় নিযম মানি চলিছিল। পুৱা ৪ বজাতে উঠি ঈশ্বৰ উপসনাই দৈনিক কৰ্ম্মৰ প্ৰথম কাম। কোনো ঠাইত আলহী হিচাবে কোনো গৃহস্থই তেওঁৰ কাপোৰ ধুই দিবলৈ ধৰিলে তেওঁ কেতিয়াও নিদিছিল; কাৰণ আশ্ৰমৰ নিয়ম মতে সকলোৱে নিজৰ নিজৰ কাপোৰ ধুই লোৱাই নিয়ম। আলহী গলে বহুতে ভালখোৱা

বস্তু দিবলৈ চেষ্টা কৰে। সেই দেখি তেওঁ গৈয়েই গৃহস্থক কৈ দিয়ে যে তেওঁৰ কাৰণে যেন কোনো বস্তু বিশেষকৈ তৈয়াৰ কৰা নহয়। তেওঁ ৰুটি আৰু নিমখ নিদিয়া ডাইল আৰু এটা তৰকাৰিৰ বাহিৰে আন কোনো বস্তু নাখাইছিল। নিমখ নিদিয়াকৈ ৰন্ধা ডাইল তেওঁ 'মাৰি ডাইল' বুলিছিল। কোনো ঠাইলৈ ৰেলত যাতায়ত কৰা সময় খিনি তেওঁ কেতিয়াও এনেয়ে নকটাই লগত যোৱা বা কোনো-ঠাইৰ পৰা আগবঢ়াই নিবলৈ অহা সত্যাগ্ৰহী সকলৰ পৰা গাৱঁৰ জানিব লগা যাবতীয় খবৰ সুধি নিজে কামৰ বাবে প্ৰস্তুত হৈ লৈছিল। কেতিয়াবা ক্লান্ত হৈ দীঘল দিলেও মনে মনে "গীতা" আওৰাইছিল। তেওঁৰ গোটেইখন "গীতা" মুখস্থ আছিল যদিচ সৰুতে লিখাপঢ়া শিকাই নাছিল। তেওঁৰ স্মৰণ শক্তিও অসাধাৰণ আছিল।

বাতৰি কাকতলৈ বিবৃতি লিখোঁতে কিম্বা কোনো পত্ৰিকাৰ প্ৰতিনিধিক কোনো বিবৃতি বা মতামত দিবৰ সময়ত কস্তুৰবাই দুখ কৰা শুনা গৈছিল—"সৰু কালতে মই স্কুলত নপঢ়া বাবে এতিয়া অনুতাপ কৰিছোঁ। বিয়াৰ সময়ত মই লিখা-পঢ়া একো নাজানিছিলোঁ। বাপুৱে মোক পঢ়াবলৈ চেষ্টা কৰিছিল যদিও মই বেছিকৈ আগুৱাব পৰা নাছিলোঁ। তথাপি তেখেতে ধৈৰ্য্য ধৰিছিল আৰু মোক খংকৰা নাছিল। এতিয়াৰ দৰীয়া অৱস্থা হ'ব বুলি জনা-হেঁতেন, বাতৰি কাকতৰ প্ৰতিনিধি সকলক বিবৃতি দিবৰ কাৰণে ইমান পীড়া-পীড়ি হব বুলি জনা হেঁতেন মই খুব চেষ্টা কৰিও পঢ়িলোঁ হেঁতেন। বাতৰি কাকতৰ প্ৰতিনিধি

সকলক মই বৰ ভাল নাপাওঁ। তেওঁলোক কামৰ সময়ত সত্যবাদী নহয়—অৰ্থাৎ বাতৰি যোগাওঁতে সত্যৰ অপলাপ কৰে।"

নিজে ভালদৰে লিখা-পঢ়া নাজানিলেও কস্তুৰবাই দেশৰ ৰাজনৈতিক অৱস্থাৰ কথা ভালদৰে জানিবলৈ সদায় চেষ্টা কৰিছিল। প্ৰতিদিনে বাতৰি কাকতত ওলোৱা খবৰ জানিবলৈ, তাত বাপুজীৰ ছবি বা কোনো কথা প্ৰকাশ হোৱা পাবলৈ উৎসুক হৈ আছিল। তেওঁ গান্ধীনীতি আৰু দৰ্শন ভালদৰে জানিছিল আৰু সেই বিষয়ে গোটেই গুজৰাটৰ গাৱেঁ গাৱেঁ ফুৰোঁতে গাৱলীয়া মানুহে বুজিব পৰাকৈ সহজ সৰল ভাষাৰে প্ৰচাৰ কৰিছিল। বাতৰি কাকতলৈ দিয়া বিবৃতি বিলাকো সদায় সহজ আৰু সৰল ভাব প্ৰকাশকেই আছিল।

গুজৰাটৰ এনে এখন গাৱঁ নাছিল যি খনলৈ কস্তুৰবা যোৱা নাছিল। সকলোৱেই তেওঁক 'বা' বুলি মাতিছিল। তেওঁবিলাকৰ ওপৰত কস্তুৰবাৰ অপৰিসীম প্ৰতিপত্তি আছিল। সেই ক্ষমতা স্নেহৰ বশত হৈছিল, তেওঁৰ। কস্তুৰবা গলেই মানুহে নিজৰ নিজৰ দুঃখৰ কথা ক'বলৈ আহে। এসময়ত, তেতিয়া "গান্ধী-আৰুইন" চুক্তি হৈ গৈছে, এনেতে এজন মানুহে এদিন পুৱা আহি বাপুৰ বিপক্ষে আপত্তি জনালে। মানুহজনে ক'লে যে বাপুৱে আমাৰ খেতিয়ক সকলৰ কথা সেই চুক্তিত কোনো উল্লেখকে নকৰিলে। অথচ এই খেতিয়ক সকলে, ১৯৩০ চনতে খাজনা বন্ধ আন্দোলন কৰিছিল। কস্তুৰবায়ে মানুহজনক

আশ্বাস দি ক'লে, —"বাপুৱে ভাৰতবৰ্ষৰ সকলো মানুহৰ ভালৰ কাৰণেহে কাম কৰে। তেখেতে তোমালোকৰ ভাল কৰিবই। কোনো চিন্তা নকৰিবা। বাৰু তথাপি তুমি যি কথা ক'লা মই বাপুক জনাম।"

কস্তুৰবাই কেনেকৈ সহজ কথাৰে মানুহৰ মন গলাব পৰে তাৰ এটা উদাহৰণ ইয়াত দিওঁ। এজন নতুনকৈ বাতৰি কাকতৰ খবৰ যোগোৱা কাম শিকা ডেকা মাকৰ একমাত্ৰ সন্তান। তেওঁ কস্তুৰবা মাৰলি গাৱঁত থাকোঁতে লগতে আছিল। তাৰ পৰা আহি আকৌ আন এফালে যাবলৈ পাঙিছে এনেতে তেওঁক বিচাৰি বিচাৰি মাকে তাতে আহি আগচি ধৰিলে। কোৱা বাহুল্য যে সেই ডেকা জনে এইদৰে মাকৰ পৰা পলাই পলাই কাম শিকিছিল আৰু লগে লগে দেশৰ কামতো মন দিছিল। যি হওক মাকে ধৰি তেওঁক ঘৰলৈ নিবলৈ জোৰ কৰিলে। বপুৰী ডেকাজন বিপাঙত পৰিল। তেওঁ প্ৰকৃততে কস্তুৰবাৰ তত্বাৱধানত ঘূৰি ঘূৰি কাম কৰি ভাল পাইছিল। উপায়ান্তৰ হৈ মাকক ক'লে যে এবাৰ কস্তুৰবাক লগ ধৰি অনুমতি নোলোৱাকৈ যোৱাটো অনুচিত হব। মাক এই কথাত সন্মত হ'ল। দুয়ো কস্তুৰবাৰ ওচৰলৈ গ'ল। মাকে কস্তুৰবাক কলে,—"ইয়েই মোৰ একমাত্ৰ ল'ৰা। তাক মই ঘৰলৈ নিব খোজোঁ। সি এইদৰে ঘূৰি ফুৰিলে মোৰ বৰ চিন্তা হয়।"

কস্তুৰবাই হাঁহিলে আৰু উত্তৰত কলে,—"আপুনি

ভাগ্যৱতী। আপুনি একেটি লৰাৰ কাৰণে ইমান চিন্তা কৰেনে? মোৰ লৰা তিনটি। সিহঁত তিনিও মোৰ পৰা আঁতৰত থাকি হিন্দুস্থানৰ সেৱা কৰে। আপোনাৰ ছোৱালী আছেনে?"

মাকে হুমুনিয়াহ এটা পেলাই কলে যে আছে হয়। কিন্তু বিয়া দি উলিয়াই দিয়াত শহুৰেকৰ ঘৰত থাকে—মোৰ লগত নাথাকে!

কস্তুৰবাই ক'লে,—"আপুনি সেই পাকেও ভাগ্যৱতী। আপোনাৰ তথাপি এটি নিজৰ ছোৱালীয়েই আছে। ছোৱালীৰ স্নেহ মাকৰ পক্ষে বৰ ডাঙৰ বস্তু। মোৰ কিন্তু নিজৰ ছোৱালী নাই। হৰিজন সম্প্ৰদায়ৰ ভিতৰৰ পৰা "লক্ষ্মী" নামে ছোৱালী এটি তুলি লৈছিলোঁ। তায়ো মোৰ ওচৰত নাই। বাপু নাই, লৰা তিনটি নাই, লক্ষ্মী নাই—সকলোৱেই দেশৰ কাম কৰি আঁতৰত আছে। তথাপি মই সুখী যে সিহঁত দেশৰ কামত লাগি আছে।"

এইদৰে কথা পতাৰ ফলত মাকৰ মন কুমলিল আৰু লৰাক দেশৰ কামত লাগিবলৈ এৰি দিলে।

শেষ বয়সত কস্তুৰবাৰ প্ৰতি মহাত্মাজী নিজৰ কেনে মনোভাৱ এটি ঘটনাত সিও ভালদৰে প্ৰকাশ পাইছে।

এবাৰ গান্ধীজীয়ে কস্তুৰবাক লগত লৈ লঙ্কাদ্বীপত (চিলোনত) ফুৰিবলৈ গৈছিল। এদিন বাটত্তে ছুয়োকে এজন মানুহে লগ পাই সুধিলে—"এখেত আপোনাৰ মাক

নেকি ? গান্ধীজীয়ে হাঁহি মাৰি "হয়" বুলি ক'লে। পিচদিনা সন্ধ্যা এঠাইত এখন বৰ ডাঙৰ সভা হৈছিল। সভালৈ কস্তুৰবা যোৱা নাছিল। তাত বক্তৃতা প্ৰসঙ্গত গান্ধীজীয়ে ক'লে,—"কালি এজন মানুহে নাজানি মোৰ পৰিবাৰক মাতৃ নেকি বুলি প্ৰশ্ন কৰিছিল। মোৰ বা কস্তুৰবাৰ পক্ষে ই-অকল ক্ষমাৰ যোগ্য ভুলেই নহয়,—এনে ভুল আমি বিচাৰোঁ। বহুকাল পূৰ্ব্বৰে পৰা উভয়ৰ সন্মতিক্ৰমে প্ৰকৃততে কস্তুৰবা মোৰ পত্নী নহয়। আজি প্ৰায় চল্লিশ বছৰৰ ওপৰৰ পৰাই মই যেন পিতৃমাতৃহীন নাবালক, আৰু প্ৰায় ত্ৰিশ বছৰৰ পৰাই তেওঁ মোৰ মাতৃস্থান অধিকাৰ কৰিছে। তেওঁ মোৰ মাতৃ, বন্ধু, সেৱিকা ( দাসী ), ৰান্ধনী, ধোবা ইত্যাদি। তেওঁ এদিনো যদি মোৰ লগত মোৰ প্ৰাপ্য সন্মানৰ অংশ লবলৈ আহে তেনেহলে সেইদিনা মোৰ লঘোন হ'ব আৰু আন কোনো যত্ন মই নাপাম! সেই-দেখি আমি বিবেচনা কৰি উভয়ে দুটা ভাগ কৰি লৈছোঁ—সন্মান আৰু সুখ মোৰ ভাগত আৰু যাৱতীয় দুখ কষ্টৰ বা জঞ্জালৰ কামখিনি তেওঁৰ ভাগত।" কোৱা বাহুল্য-কস্তুৰবাই সেই অংশ সদায় অতি প্ৰফুল্লচিত্তে গ্ৰহণ কৰি নিজক কৃতাৰ্থ জ্ঞান কৰিছিল।

১৯৩২ খৃষ্টাব্দৰ আইন অমান্য আন্দোলনৰ আগলৈকে এইদৰে কস্তুৰবাই নিজক দেশৰ কামত, দহৰ কামত নিয়োজিত ৰাখিছিল। এইবাৰ কিন্তু তেওঁ কাৰাবৰণ কৰিব লগাত পৰিল। তেওঁ এবাৰেই মাথোন কাৰাবৰণ কৰিছিল এনে নহয়—

কেইবাবাৰো কৰিব লগাত পৰিছিল। এনেকি তেওঁৰ জীৱনো কাৰাপ্ৰাচীৰৰ ভিতৰতে অস্তমিত হ'ল। প্ৰথমতে আইন অমান্য কৰা দোষত ১৯৩২ চনত ১৫ জানুৱাৰী তাৰিখে তেওঁক ছ সপ্তাহ কাৰাদণ্ড হৈছিল। জেলৰ পৰা ওলোৱাৰ অলপ দিনৰ পিচতে তেওঁক আকৌ ধৰা হয় আৰু ১৭ মাৰ্চ্চ তাৰিখে বৰদৌলিৰ হাকিমে ৬ মাহ বিনাশ্ৰম কাৰাদণ্ডত দণ্ডিত কৰে। তাৰ পিচত ১৯৩৩ চনৰ ১লা আগষ্ট তাৰিখে সবৰমতী আশ্ৰমত তেওঁক ধৰে আৰু আহ্মদাবাদৰ হাকিমৰ বিচাৰমতে তেওঁক আকৌ ছমাহ বিনাশ্ৰম ফাটেকত দিয়ে। ফাটেকৰ দুখ-কষ্ট তেওঁ হাঁহিমুখে বৰণ কৰি লৈছিল। কস্তুৰবাৰ সাহস আৰু ধৈৰ্য্য দেখি গুজৰাট তথা ভাৰতৰ মহিলা সকলে আন্দোলনত যোগ দি কষ্ট সহ্য কৰিবলৈ আগবাঢ়ি আহিল।

১৯৩৫ চনত গান্ধীজীয়ে সবৰমতী আশ্ৰম তুলি দিলে। কস্তুৰবাৰ এই আশ্ৰমৰ প্ৰতি যথেষ্ট আসক্তি থকা থলাতো কোনো আপত্তি নকৰিলে। বৰং অতি আনন্দমনে আগৰ দ'ৰে নিষ্ঠাৰে সেৱাগ্ৰাম আশ্ৰমলৈ আহিল। ইমাতো সবৰমতীৰ দৰেই কস্তুৰবা কৰ্ত্ৰী-স্থানীয়া আছিল আৰু মাতৃ-হৃদয়ত থকা যাৱতীয় কোমলতাৰে আশ্ৰমবাসী সকলক সেৱা কৰিছিল। ইয়াতো তেওঁ সকলোৰে পক্ষেই "বা" আছিল।

১৯৩৯ খৃষ্টাব্দৰ ৰাজকোটত সত্যাগ্ৰহ আন্দোলন আৰম্ভ হয়। তাত মহিলা সত্যাগ্ৰহী সকলেও যোগ দিছিল। কস্তুৰবা ৰাজকোটৰে কন্যা। তেওঁ এই আন্দোলনত যোগ দিবলৈ

গুলাল। বিশেষতঃ যেতিয়া শুনিলে যে মণিবেন ধৰা পৰিল, তেতিয়া তেওঁ গান্ধীজীৰ অনুমতি বিচাৰিলে। গান্ধীজীয়ে আপত্তি কৰিলে। কাৰণ সেই সময়ত তেওঁ বৰ দুৰ্ব্বল আছিল। অলপ আগতে দিল্লীত হঠাতে গা-ধোৱা ঘৰতে মূৰ্চ্ছা হৈ পৰি গৈছিল। তদুপৰি তেতিয়া বয়সো ৭০ বছৰ। গতিকে তেওঁ আপত্তি কৰিলে। কস্তুৰবাই তথাপি মানিব নুখুজিলে। গান্ধীজীয়ে চৰ্দ্দাৰ পেটেললৈ পেলালে। তেওঁ অনুমতি দিলেই বাকী যাব। পোণতে তেৱোঁ আপত্তি কৰিছিল কিন্তু ৰাজকোটৰ ঠাকুৰ চাহাবে যেতিয়া গান্ধীজীৰ লগত বিশ্বাসঘাটকতা কৰিলে—তাৰ ৰেছিডেণ্টৰ কথাত; তেতিয়া আৰু সহিব নোৱাৰি অনুমতি দিলে। ফলত তেওঁলোকক ধৰিলে আৰু বিনা বিচাৰে এখন ভিতৰুৱা গাৱঁত আটক কৰি থলে। গান্ধীজীৰ মতে সত্যাগ্ৰহ এনে আন্দোলন, য'ত নিতান্ত বুঢ়া আৰু দুৰ্ব্বল মানুহেও অংশ গ্ৰহণ কৰি পাৰে যদিহে মনত বল থাকে। ভিতৰুৱা গাৱঁত অকলে কস্তুৰবাক বন্দী কৰাত দুৰ্ব্বল দেহা আৰু যেন দুৰ্ব্বল হৈ পৰিল। তথাপি তেওঁ স্থিৰ থাকিল।

তেওঁৰ কাৰণে যেন আৰু ডাঙৰ পৰীক্ষা অপেক্ষা কৰি আছিল। তেওঁ বন্দী অৱস্থাত থাকোঁতেই গান্ধীজীয়ে "আমৰণ পণ" * কৰি অনশন আৰম্ভ কৰিলে। কস্তুৰবাই

---

* আমৰণ পণ কৰি অনশন গ্ৰহণ কৰাৰ হেতু আছিল, বৃটিচ গৱৰ্ণমেণ্টৰ সাম্প্ৰদায়িক ভাগ বাটোৱাৰা"। ইয়াৰ দাৰা হিন্দু সমাজ দেহত বিভাগ কল্পনা কৰা হৈছিল। সেইটো নিবাৰণ কৰাই অনশনৰ হেতু। ৭ দিন অনশনৰ পিচতে "পুণা-চুক্তি" হয় আৰু গান্ধীজীয়ে অনশন ত্যাগ কৰে।

এই খবৰ পাই অতি কৰুণ কথাৰে গান্ধীজীক আক্ষেপ কৰি অন্ততঃ এবাৰ নজনালেও বুলি—মনৰ দুখ লিখি জনালে। উত্তৰত গান্ধীজীয়ে লিখিলে,—"তুমি মিছাতে বেজাৰ পাইছা। তুমি বৰং আনন্দিত হ'ব লাগিছিল যে ঈশ্বৰে তেওঁৰ ইচ্ছা পূণ কৰিবলৈ মোক এটা সুযোগ দিছে। এই অনশনৰ বিষয়ে মই নিজেই গ্ৰহণৰ আগ মূহুৰ্ত্তলৈকে নাজানিছিলোঁ, তোমাক বা আনক কবৰ মোৰ সময় ক'ত? ঈশ্বৰে যদি নিৰ্দ্দেশ দিয়ে বা ইঙ্গিত কৰে তেতিয়া মই তাক শ্ৰদ্ধাৰে মানি লোৱাৰ বাহিৰে কি কৰিব পাৰোঁ? যেতিয়া শেষ "চমন" তেওঁৰ পৰা আহি (এদিন অৱশ্যে আহিবই) তেতিয়া তোমাক বা আন কাকো পৰামৰ্শ কৰিবলৈ মোক সময় দিবনে?"

লগতে গান্ধীজীয়ে সুধি পঠালে যে তেওঁ যদি মোৰ অনশনৰ সময়ত মোৰ ওচৰত থাকিব খোজে তেতিয়া হলে ৰাজদৰবাৰলৈ তেওঁ সেইদৰে অনুৰোধ কৰি পঠাব পাৰে। কস্তুৰবায়ে উত্তৰত যি লিখি পঠালে—সি চিৰকাল স্মৰণীয় হৈ সকলোৰে শ্ৰদ্ধা আকৰ্ষণ কৰিব। তেওঁ লিখিলে,—"আপুনি কোনোমতেই তেনে কথা নিলিখব। ৰাজচৰকাৰে আপোনাৰ খবৰ দৈনিক দি থাকিলেই মই সন্তুষ্ট থাকিম। ঈশ্বৰে আপোনাক ইয়াৰ আগৰ কেইবাৰৰ অনশনত যেনেকৈ ৰক্ষা কৰিছিল, এইবাৰো তেনেকৈ নিৰাপদে আপোনাক উত্তীৰ্ণ কৰিব। কিন্তু মানুহে ঘনাই এনে বিপদৰ সম্মুখীন হোৱাও অন্যায়।"

সঁচাকৈ অচল নিষ্ঠা-নাথাকিলে এনে ধৈৰ্য্য, এনে সাহস,

স্বামীৰ আদৰ্শৰ প্ৰতি এনে নিষ্ঠা হ'ব নোৱাৰে। তেতিয়া গান্ধীজীৰ বয়স সত্তৰ বছৰ। এনে আমৰণ-পণৰ কথাতো কস্তুৰবাই সত্যাগ্ৰহৰ নিয়ম ঢিলাই নিদি নিৰ্জ্জন কাৰাকক্ষত নীৰৱে ভগৱানৰ ওপৰত স্বামীৰ কল্যাণ নিৰ্ভৰ কৰিয়েই থাকিব পৰা কম কথা নহয়। কস্তুৰবাৰ এনে ধৈৰ্য্য দেখি জগত স্তব্ধ হৈছিল।

পুণা-চুক্তমতে মহাত্মা গান্ধীয়ে অনশন ভঙ্গ কৰাৰ প্ৰায় এঘণ্টাৰ পিচত লগৰীয়া আন মহিলা সত্যাগ্ৰহীৰে সৈতে কস্তুৰবাক মুক্তি দিলে। কস্তুৰবাৰ বয়সো তেতিয়া সত্তৰ বছৰ আছিল। এই বয়সতো কস্তুৰবাই বিশ্ৰাম কাক বোলে নাজানিছিল। ৰাজকোটৰ পৰা মুক্তি পোৱাৰ পিচত সেৱাগ্ৰামলৈ আহি আকৌ সেই বিশ্ৰামহীন দৈনন্দিন কাৰ্য্য কৰি যাবলৈ ধৰিলে। ইয়াত থাকোঁতে কস্তুৰবাৰ মাতৃস্নেহ অকল আশ্ৰমবাসী সকলেই পোৱা নহয় সেই গাৱঁৰ সকলো নৰ-নাৰী, লৰা ছোৱালীয়েও পাইছিল। সেৱাগ্ৰাম আশ্ৰমৰ নাম সাৰ্থক কৰি কস্তুৰবাই সকলো কাম সেৱাভাবৰ পৰাই কৰিছিল। কস্তুৰবাৰ হাঁহিমুখৰ এষাৰ সাদৰি মাত সকলোৱেই পাইছিল। গান্ধীজী ধেমেলীয়া, খুহুঁতিয়া, নম্ৰ, বিনয়ী আৰু ধৈৰ্য্যশীল। তেওঁ কেতিয়াবা কেতিয়াবা কঠোৰো হৈছিল। কিন্তু কস্তুৰবা কেতিয়াও তেনে কঠোৰ হ'ব পৰা নাছিল। তেওঁৰ পৰা সদায় স্নেহকে পোৱা গৈছিল। গান্ধীজীৰ লগত ১৯৪২ চনৰ আগষ্ট মাহত বোম্বাইলৈ যোৱাৰ আগলৈকে সেৱাগ্ৰামত

কস্তুৰবায়ে "সেৱাকে" কৰি আছিল ; সেই দিনা যে গ'ল হায় ! কোনে জানিছিল যে সেয়ে তেওঁৰ পক্ষে সাধনা স্বৰ্গ সেৱা-গ্ৰামৰ পৰা শেষ যাত্ৰা।

[ ৭ ]

# মুক্তি-সংগ্ৰামত

১৯৪২ খৃষ্টাব্দৰ ৮ আগষ্ট তাৰিখে নিখিল ভাৰত কংগ্ৰেছ কমিটীয়ে যিটি প্ৰস্তাব গ্ৰহণ কৰিলে, সেয়েই ভাৰতৰ মুক্তি সংগ্ৰামৰ শেষ পৰ্য্যায় বুলি ঘোষণা কৰা হ'ল। তাৰ নেতৃত্বৰ ভাৰ পৰিল মহাত্মাজীৰ ওপৰত। মহাত্মাজীয়ে স্বাধীনতাকামী ভাৰতবাসীক "Do or die"—"জয় বা মৃত্যু" অৰ্থাৎ "মন্ত্ৰৰ সাধন কিম্বা শৰীৰ পতন" মন্ত্ৰ লৈ আন্দোলনত যোগ দিবলৈ আহ্বান কৰিলে আৰু ইংৰাজক 'ভাৰত-ত্যাগৰ' (Quit India) উপদেশ দিলে। সেই ৰাতিয়েই বৃটিছশাসক সম্প্ৰদায়ে গান্ধীজীক আৰু কংগ্ৰেছ ৱৰ্কিং কমিটীৰ মেম্বৰ সকলক গ্ৰেপ্তাৰ কৰিলে আৰু বিনা বিচাৰে আটক কৰিলে। তাৰ পিচদিনা গোটেই ভাৰততে নিখিল ভাৰত কংগ্ৰেছ কমিটীৰ মেম্বৰ আৰু বিশিষ্ট কংগ্ৰেছ কৰ্ম্মী সকলক ধৰ-পাকড়ৰ ধুম পৰি গ'ল। অকস্মাতে দেশত হুলস্থুল আৰম্ভ হ'ল।

৯ আগষ্ট তাৰিখে মহাত্মাজীয়ে শিৱাজী-পাৰ্কত এখন সভাত

বক্তৃতা দিয়াৰ কথা আছিল্। মহাত্মাজীক ৰাতিয়েই গ্ৰেপ্তাৰ কৰি নিয়াত সেই সভাত কস্তুৰবায়েই বক্তৃতা দিব বুলি ঘোষণা কৰিলে। সেইদিনা পুৱা দুজন পুলিচ কৰ্ম্মচাৰী বিৰলা ভৱনলৈ,—যত কস্তুৰবাইত আছিল,—আহিল। তেওঁ বিলাকে কস্তুৰবাক জনালে যে শিৱাজী পাৰ্কত তেখেতে বক্তৃতা দিলে গ্ৰেপ্তাৰৰ পৰোৱানা আছে। নিৰ্ভীক কস্তুৰবায়ে ডাঠ দি কলে যে নিশ্চয় মই তাত বক্তৃতা দিম। পুলিচে তেতিয়াই তেওঁক গ্ৰেপ্তাৰ কৰিলে আৰু লগতে ডাক্তৰ সুশীলা নায়াৰ আৰু শ্ৰীপিয়াৰীলালকো গ্ৰেপ্তাৰ কৰিলে। তেওঁবিলাকক তেতিয়াই পুনাৰ আগা খাঁৰ প্ৰাসাদলৈ পঠোৱা হল। গান্ধীজীক গ্ৰেপ্তাৰ কৰি ইতিপূৰ্ব্বে এই প্ৰাসাদতে ৰখা হৈছিল।

কস্তুৰবাৰ পক্ষে বন্দীজীৱন নতুন কথা নহয়। তেওঁ বন্দীশালাৰ লোহাৰ গড়লৈ ভয় নকৰিছিল। কিন্তু এইবাৰ বন্দী ফাটেকত নহয়—এক ৰাজপ্ৰাসাদত। ৰাজপ্ৰাসাদৰ বিলাসপূৰ্ণ পাৰিপাৰ্শ্বিকতাত কস্তুৰবাৰ মুঠেই আকৰ্ষণ নাছিল। তেওঁৰ পক্ষে সেৱাগ্ৰাম আশ্ৰমৰ পৰ্ণকুটীৰ বেছি শান্তিপ্ৰদ। তথাপি এইবাৰ তেওঁৰ প্ৰধান সান্ত্বনা—তেওঁৰ প্ৰিয়তম স্বামীৰ সঙ্গিনী থাকি তেওঁক সেৱাৰ পূৰ্ণ সুযোগ পাইছিল। তদুপৰি তেওঁলোকৰ পুত্ৰসম প্ৰিয় মহাদেৱ দেশাই লগত আছিল। এওঁ গান্ধীজীৰ চেক্ৰেটৰী থাকিলেও প্ৰিয়পাত্ৰ আছিল। বন্দীজীৱনৰ অলপদিনৰ ভিতৰতে অকস্মাতে দেশাইৰ মৃত্যু হয়। কোনো ৰোগ আগৰ পৰা হৈ থকা নাছিল।

এওঁৰ বিয়োগত কস্তুৰবা আৰু গান্ধীজী, উভয়ে যেন পুত্ৰ-শোক পালে।

এই নিদাৰুণ শোক উপশম নৌ হওঁতেই ঘটনাক্ৰমে মহাত্মাজীয়ে একৈচ দিন উপবাসৰ সঙ্কল্প গ্ৰহণ কৰিলে। সেই ১৯৪৩ চনৰ ফেব্ৰুৱাৰী মাহত মহাত্মাজীৰ বয়স ৭৪ বছৰ। এই বয়সত তিনি সপ্তাহ উপবাস পালন কৰা কি কঠিন? কস্তুৰবা অতিশয় চিন্তিতা হ'ল। লগে লগে গোটেই ভাৰতবৰ্ষ আৰু অন্যান্য দেশতো তোলপাৰ লাগি উঠিল। মহাত্মাজীক মুক্তিৰ দাবী চাৰিও কালৰ পৰা কৰিবলৈ ধৰিলে। কিন্তু (Die hard Govt.) চৰকাৰৰ দৃঢ়তা যেন লৰচৰ হবই নুখুজিলে।

গভৰ্ণমেণ্টে ভাৰতবৰ্ষত হোৱা যাবতীয় গণ্ডগোলৰ কাৰণে বিনা বিচাৰে কংগ্ৰেছৰ গাত দোষ আৰোপ কৰি এখন পুস্তিকা প্ৰচাৰ কৰিছিল। তাৰ উত্তৰত গান্ধীজীয়ে দাবী কৰিছিল যে দেশৰ হুলস্থুলৰ বাবে প্ৰকৃততে চৰকাৰহে দায়ী। কাৰণ অহিংস মানুহ বিলাকক নানা অত্যাচাৰৰ দ্বাৰা ক্ষিপ্ৰ কৰি তুলিছিল চৰকাৰৰ দমননীতিৰ ফলত। যি হওক তথাপি তেখেতে গভৰ্ণমেণ্টৰ ওচৰত দাবী কৰিলে যে এই বিষয়ে আন্তৰ্জ্জাতিক নিৰপেক্ষ তদন্ত কমিটীৰ দ্বাৰা বিচাৰ কৰি সিদ্ধান্ত কৰা হওক। তাতো যেতিয়া গৱৰ্ণমেণ্ট অটল থাকিল আৰু তেনে বিচাৰ কৰিবলৈ অমান্তি হ'ল তেতিয়া তেওঁ চিৰকলীয়া নীতিমতে "আত্মশুদ্ধিৰ" কাৰণে একৈচ দিন উপবাস কৰিবৰ ব্ৰত গ্ৰহণ কৰিলে।

কস্তুৰবাই অন্তৰেৰে সৈতে জানিছিল যে মহাত্মাজীয়ে এই উপবাস তেওঁৰ "অন্তৰ দেৱতাৰ" আদেশ (Inner call) মতেই পালন কৰিছে। এনে স্থলত সেই দেৱতাক প্ৰাৰ্থনা কৰাৰ বাহিৰে অন্য উপায় নাই। কস্তুৰবাৰ উদ্বিগ্নতা সমগ্ৰ মানৱ জাতিৰ উদ্বিগ্নতা! তেওঁৰ প্ৰাৰ্থনা সমগ্ৰ মানৱ জাতিৰ প্ৰাৰ্থনা। এনে আন্তৰিক প্ৰাৰ্থনাত জগতপতিৰ আসন যেন টলিল। বিপদৰ সন্মুখীন হৈও মহাত্মাজী এই পৰীক্ষাত উত্তীৰ্ণ হ'ল। ভগবানৰ করুণা প্ৰকাশ পালে।

উপবাসৰ সময়ত গভৰ্ণমেণ্টে মহাত্মাজীৰ আত্মীয়-স্বজন, আৰু কোনো কোনো বন্ধুক তেওঁৰ লগত দেখা কৰিবলৈ অনুমতি দিছিল। সেইমতে পণ্ডিত জওহৰলালজীৰ কনিষ্ঠা ভগিনী কৃষ্ণা হাতীসিঙ্গা মহাত্মাজীক দেখা কৰিবলৈ গৈছিল। দেখা কৰাৰ পিচত তেওঁ বাতৰি কাকতত এটি চমু বিবৃতি দিছিল। তাৰ পৰাই কস্তুৰবাৰ সেই সময়ৰ অৱস্থা সম্পৰ্কে কিছু আভাস পাব পাৰোঁ। তেওঁ লিখিছিল—

"বাপুৱে যেতিয়া চিৰস্মৰণীয় উপবাস পালন কৰিছিল, 'বা' তেতিয়া সকলো সময়তে তেখেতৰ লগ এৰা নাছিল আৰু বিছনাৰ ওচৰতে থাকি সততে সেৱা পৰায়ণা আছিল। তেওঁৰ দৃষ্টি যেন আসক্তিহীন কিন্তু এই আত্মশুদ্ধিৰ ফলাফলৰ বিষয়ে শাৰীৰিক গঠনত ক্ষুদ্ৰ এই মহিলাটি যেন কিমান সংশয়াপন্না। উপবাসৰ সময়ত বাপুক দেখা পাবলৈ মই আদেশ পাইছিলোঁ। এই সময়ত কস্তুৰবাক যেনে ক্ষীণ আৰু

চিন্তাযুক্তা দেখা গৈছিল আগেয়ে কেতিয়াও তেনে দেখা নাছিলোঁ। তেওঁৰ দৃষ্টিত ইমান কাৰুণ্য আৰু ব্যথা আগেয়ে প্ৰকাশ পোৱা নাছিল। তথাপি, তেওঁক হাঁহিমুখে আৰু নিৰুদ্বেগেই যেন সকলো কামতে ব্যস্ত থকা দেখা গৈছিল। যি সকলে তেওঁক ওচৰৰ পৰা জানিবৰ সুবিধা পাইছিল তেওঁবিলাকে জানিছিল "বাৰ" মনত দুখ কিমান প্ৰবল।

বাপুৰ উপবাসৰ আটাইকেউ সপ্তাহ বাই কেতিয়াও বিছনাৰ ওচৰৰ পৰা আতঁৰ হোৱা নাছিল আৰু অক্লান্তভাবে সেৱা কৰিছিল। বাপু পৰীক্ষাত উত্তীৰ্ণ হ'ল,—গোটেই জগতে স্বস্তিৰ উশাহ ল'লে। কিন্তু কস্তুৰবাৰ মনৰ ওপৰত যি উদ্বিগ্নতা আৰু কষ্টৰ হেচা পৰিল তাতেই তেওঁৰ একেই দুৰ্ব্বল স্বাস্থ্য যেন ভাগি পৰিল। তেতিয়াৰ পৰা তেওঁ ক্ৰমাগত ভুগিবলৈ ধৰিলে।

মহাত্মা গান্ধীৰ অনশনৰ পিচত দেশবাসীয়ে পোণ প্ৰথমে বোম্বাই গভৰ্ণমেণ্টৰ এখন ইস্তাহাৰৰ পৰা কস্তুৰবাৰ বেমাৰৰ খবৰ পায়। সেইখন ১৯৪৩ খৃঃ ১৯ মাৰ্চ্চ তাৰিখে প্ৰচাৰিত হৈছিল। তাত প্ৰকাশ যে এই সপ্তাহৰ ভিতৰত কস্তুৰবাৰ দুবাৰো হৃদৰোগ ( Heart attack ) হৈছিল। তাৰ পৰা তেখেত ৰক্ষা পৰিছে আৰু তেখেতৰ বয়স অনুযায়ী যেনে থকা সম্ভৱ তেনে অৱস্থাতে আছে। তেখেতক ডাঃ গিল্‌দাৰ আৰু লেফ্‌টেনেণ্ট কৰ্ণেল বি, জেদ, শাহএ চিকিৎসা কৰিছে।

তাৰ পিচৰ ইস্তাহাৰ প্ৰকাশিত হয় ডিচেম্বৰ মাহৰ

৪ তাৰিখে। তাত প্ৰকাশ যে আগৰদৰে সেই সপ্তাহত কস্তুৰবাৰ দুবাৰ হৃদ্‌ৰোগ হৈছিল। তাৰ পৰা ৰক্ষা পালেও তেখেত বৰ দুৰ্ব্বল হৈছে। তেখেতৰ অনুৰোধ মতে নাতী-পুতি আৰু ল'ৰাহঁতক দেখা কৰিবলৈ গভৰ্ণমেণ্টে অনুমতি দিছে।

দিন যোৱাৰ লগে লগে তেখেতৰ স্বাস্থ্যৰ কাৰণে দেশবাসী বৰ উদ্বিগ্ন হৈ উঠিল। ১৫ ডিচেম্বৰ তাৰিখৰ অধিবেশনত লৰ্ড ষ্ট্ৰেবল্‌গিয়ে কস্তুৰবাক গভৰ্ণমেণ্টে খালাচ দিবনে কি বুলি প্ৰশ্ন কৰিছিল। উত্তৰত সহকাৰী ভাৰত সচিব আৰ্ল মান্সতাৱে কলে,—"অলপ দিন আগতে ভাৰত গভৰ্ণমেণ্টে স্বাস্থ্যৰ কাৰণে খালাচ দিয়াৰ কথা ভাবিছিল। কিন্তু এতিয়া সিবিলাকে বিবেচনা কৰে যে কস্তুৰবাৰ নিজৰ স্বাৰ্থৰ কাৰণেই তেখেত যতে আছে ততে থকা উচিত, কাৰণ, ভাৰতৰ বিখ্যাত হৃদ্‌ৰোগৰ বিশেষজ্ঞ এজনে তেখেতক চিকিৎসা কৰিছে আৰু একে ঘৰতে আৰু তত্বাৱধানত ৰাখিছে আৰু যেতিয়াই প্ৰয়োজন হয় চাব পাৰিছে।"

পিচদিনা খন হাউচ অৱ কমন্সত মিঃ সৰেণ সেনে কস্তুৰবাৰ ৰুগ্নস্বাস্থ্যৰ কাৰণে খালাচ দিব পাৰেনেকি বুলি প্ৰশ্ন কৰিলে। ভাৰত সচিব মিঃ আমেৰিয়ে আগৰ দিনা হাউচ অৱ লৰ্ডচত আৰ্ল মান্সতাৱে যি উত্তৰ দিছিল তাকে দিলে। অতিৰিক্ত প্ৰশ্ন কৰি মিঃ সৰেণ সেনে সুধিলে—"মই জানিব পাৰোনে কস্তুৰবাই ইচ্ছা কৰিলে তেওঁক স্থানান্তৰিত হবৰ সুবিধা দিয়া হবনে?" মিঃ আমেৰিয়ে উত্তৰ দিলে,—"তেখেতক যাবলৈ

দিয়াৰ কথা ভবা হৈছে। কিন্তু ডাক্তৰ সকলৰ মতে তেখেত যতে আছে ততে ভালে আছে।” মিঃ সৰেণ সেনে আকৌ সুধিলে,—“কস্তুৰবাৰ চিকিৎসাদিৰ সুব্যৱস্থালৈয়ো মই সুধিব পাৰোঁ যে যদি ডাক্তৰে পৰামৰ্শ দিয়ে কিম্বা তেখেতে নিজে যদি বন্দী অৱস্থাৰ পৰা মুক্তি পাব খোজে তেন্তে অনুমতি দিয়া হব?” মিঃ আমেৰিয়ে কলে,—“মই সেই বিষয়ে ভাৰতগভৰ্ণমেণ্টে স্থিৰ কৰাই উচিত বুলি বিবেচনা কৰোঁ।”

এই প্ৰশ্নোত্তৰ বিলাকৰ পৰা বৃটিছ গভৰ্ণমেণ্টৰ মনোভাৱ সহজে বুজিব পাৰি। কোনো কাৰণতে তেওঁবিলাকে কস্তুৰবাক মুক্তি দিবলৈ ইচ্ছুক নাছিল।

যি হওক ২০ ডিচেম্বৰ তাৰিখে বোম্বাই গভৰ্ণমেণ্টে এখন ইস্তাহাৰত কস্তুৰবাৰ হৃদ্‌ৰোগ আক্ৰমণৰ কথা প্ৰকাশ কৰে আৰু লিখে যে তেখেতৰ বয়স আৰু দুৰ্ব্বল শৰীৰলৈ চাই অৱস্থা উদ্বেগজনক বুলিব পাৰি।

ইয়াতে গোটেই দেশত চাঞ্চল্যই দেখা দিলে। বাতৰি কাকতত চৰকাৰৰ বিৰুদ্ধে তীব্ৰ সমালোচনা প্ৰকাশ হবলৈ ধৰিলে।

সেই কাৰণে এইবাৰ ভাৰত গভৰ্ণমেণ্টে ২৪ ডিচেম্বৰ তাৰিখে তাৰ উত্তৰস্বৰূপে ইস্তাহাৰ প্ৰকাশ কৰিলে। তাত লিখিছিল,—“ভাৰতগভৰ্ণমেণ্টে কস্তুৰবাৰ বৰ্ত্তমান শাৰীৰিক অৱস্থাতো বন্দী কৰি ৰখা কথাত বাতৰি কাকতবিলাকৰ মন্তব্য পঢ়ি চাইছে। গভৰ্ণমেণ্টে বিবেচনা কৰে যে তেখেতক মুক্তি

দিয়াৰ অৰ্থ হ'ব তেখেতৰ স্বামীৰ লগৰ পৰা আঁতৰ কৰা। তেখেতে যথাসম্ভৱ ভাল চিকিৎসা আৰু শুশ্ৰূষা পাইছে ; নিজৰ আত্মীয় স্বজনকো দেখা পোৱাৰ পৰা বঞ্চিত কৰা নাই। এনে স্থলত গভৰ্ণমেণ্টে বিবেচনা কৰে যে তেখেতক আগাখাঁ প্ৰাসাদৰ পৰা মুক্তি দিয়াতো তেখেতৰ নিজৰ প্ৰতি বা তেখেতৰ পৰিয়ালৰ প্ৰতি কোনো অনুগ্ৰহ দেখুৱা নহয়।"

জানুৱাৰী মাহৰ ৪ তাৰিখে শ্ৰীদেবদাস গান্ধীয়ে মাকক দেখা কৰি দক্ষিণ আফ্ৰিকাত থকা ককায়েক শ্ৰীমণিলাল গান্ধীলৈ টেলিগ্ৰাম কৰি জনায় যে—"মাতৃৰ অৱস্থা সঙ্কটজনক ! চিকিৎসাৰ অৱকাশো বিশেষ নাই।"

ফেব্ৰুৱাৰী মাহৰ ১লা তাৰিখে বোম্বাই গভৰ্ণমেণ্টে জনায় যে "কস্তুৰবা আগদিনা আকৌ হৃদ্‌ৰোগাক্ৰান্ত হৈছিল। তেখেতৰ অৱস্থা বৰ বেয়া ; দুৰ্ব্বল।"

উনৈচ দিন পিচত ২০ ফেব্ৰুৱাৰী তাৰিখে বোম্বাই গবৰ্ণমেণ্টে ইস্তাহাৰত প্ৰচাৰ কৰে,—"আজি কেদিনমানৰ পৰা কস্তুৰবাৰ অৱস্থা ক্ৰমে বেয়াৰ ফালে গৈ সম্প্ৰতি বৰ সঙ্কটজনক অৱস্থাত পৰিছে।" বাতৰিত প্ৰকাশ, পিচ দিনাও অৱস্থা একেদৰেই আছিল আৰু ভাৰত চৰকাৰে বিমানযোগে নতুনকৈ ওলোৱা "পেনিচিলিন" নামে নিউমোনিয়াৰ এটা ঔষধ পঠাইছিল।"

এনে খবৰত গোটেই ভাৰতবাসী উদ্বিগ্ন হৈ উঠে। সকলো উৎকণ্ঠা, উদ্বেগ শেষ কৰি ২২ ফেব্ৰুৱাৰী তাৰিখে খবৰ প্ৰকাশ

হ'ল যে কস্তুৰবা আৰু ইহ জগতত নাই। এই মহিমাময়ী মহিলাৰ ইহ লীলা শেষ হৈছে।

সমগ্ৰ ভাৰত শোকসাগৰত নিমগ্ন হ'ল।

কস্তুৰবা গান্ধীৰ জীৱনলীলাৰ শেষ সময়ৰ কথাখিনি শ্ৰীদেবদাস গান্ধীয়ে অতি পৰিস্কাৰ, হৃদয়গ্ৰাহী ভাষাৰে প্ৰকাশ কৰিছিল বাতৰি কাকতৰ যোগে। ইয়াত সেই কথাখিনি তুলি দিলেই যথেষ্ট। তেওঁ লিখিছিল—

"বন্দীশালত থাকোঁতে ১৯৪২ চনৰ চেপ্টেম্বৰ মাহৰ পৰাই মাৰ অসুখ কৰে। সেই সময়তেই তেখেতৰ হৃদ্‌ৰোগৰ লক্ষণ দেখা দিয়ে। যোৱা চাৰিবছৰৰ পৰাই তেখেতৰ শৰীৰ ভাল নাছিল। তথাপি ইয়াৰ আগেয়ে কেতিয়াও হৃদ্-ৰোগত আক্ৰান্ত হোৱা নাছিল। কিন্তু চেপ্টেম্বৰ মাহৰ পিচৰ পৰা তেখেতে আৰু স্বাভাৱিক স্বাস্থ্য ঘূৰাই পোৱা নাই। এই কথা কোৱা বাহুল্য যে শৰীৰ আৰু মন কোনো ফালৰ পৰাই তেখেতৰ বন্দীশালত থকাৰ কষ্ট সহিব পৰা সামৰ্থ্য নাছিল।

ইয়াৰ আগেয়েও তেখেত কেইবা বাৰো ফাটেকত পৰিছিল; বিশেষতঃ, এবাৰ তেওঁ ৰাজকোটৰ এখন গাৱঁত নিৰ্জ্জন বন্দীশালত আছিল; সেইবাৰেই তেখেতৰ স্বাস্থ্য বৰ বেয়া হৈছিল। কিন্তু এইবাৰৰ কাৰাবাস তেখেতৰ পক্ষে সৱাতোকৈ বেছি পীড়াদায়ক আছিল। তেখেতৰ শৰীৰ আৰু মন দুয়োটা ক্ৰমে বেয়া হৈ গৈছিল। প্ৰাসাদ আৰু তাৰ পৰিবেষ্টনী তেখেতৰ চিৰকালৰ অভ্যাসৰ বিপৰীত আছিল। ৰাজকাৰেণ্ডৰ

চাৰিওফালৰ কাটা তাঁৰৰ বেৰা আৰু চন্তৰীবিলাকৰ অস্তিত্ব তেখেতৰ পক্ষে কষ্টদায়ক আছিল।

তেখেতৰ মনৰ কথা মই জানো। সেই কথা জন-সাধাৰণৰ আগত প্ৰকাশ কৰিলেও আশা কৰোঁ। তেখেতৰ স্মৃতিৰ প্ৰতি মৰ্য্যাদা হানীকৰ নহ'ব। সেই কথাটো হৈছে—তেখেত সেৱাগ্ৰামৰ পঁজা ঘৰলৈ ঘূৰি যাবলৈ বৰ ব্যাকুল আছিল। যোৱা বছৰ তেখেতে নিজে সেৱাগ্ৰামৰ পঁজাঘৰৰ কথা মোক কৈছিল। বন্দী অৱস্থাৰ কাল বা মিয়াদ অনিৰ্দ্দিষ্ট থকাত তেওঁ মনে মনে কষ্ট বোধ কৰিছিল। আৰাম বা সুখৰ কোনো ব্যৱস্থাই তেওঁৰ মনত শান্তি দিব পৰা নাছিল।

আৰু হাজাৰ হাজাৰ মানুহ জেলত বন্দী হৈ আছে। তাৰ ভিতৰৰ কোনো কোনোৰ লগত তেখেতৰ ঘনিষ্ঠ পৰিচয় আছিল। সেই সকলৰ কথা ভাবিও তেখেতৰ মনোকষ্ট তীব্ৰ হৈছিল আৰু যোৱা ডেৰ বছৰ মানৰ পৰা তেখেতৰ নীৰব প্ৰাৰ্থনা আছিল যে তেওঁক আৰু বাপুক চিৰকাল বন্দী কৰি ৰখাৰ বিনিময়ে আন সকলোকে মুক্তি দিয়ক।

অন্তিম সময় উপস্থিত নোহোৱালৈকে মোৰ আইৰ কেতিয়াও সম্পূৰ্ণ জ্ঞান হেৰোৱা নাছিল। দেওবাৰৰ চৰকাৰী ইস্তাহাৰত যেতিয়া তেখেতৰ অৱস্থা সঙ্কটজনক বুলি ঘোষিত হৈছিল, তেতিয়াও তেখেতে ৰোগৰ শেষ অৱস্থা পাৰ কৰিব পাৰিব বুলি আশা কৰিছিল। তেখেতৰ হৃদ্‌যন্ত্ৰৰ ক্ৰিয়া মৃদু হোৱাৰ ফলত শেষৰ কেদিন অন্ত্ৰাশয়ৰ ক্ৰিয়া ( kidneys )

হোৱা নাছিল। এপিকাল নিউমোনিয়াত জ্বৰ নাথাকিলে অৱস্থা আৰু জটিল হয়। তেখেতৰ তেজুৰ হেঁচা ৭৫ৰ পৰা ৫২ লৈ নামিছিল আৰু ডাক্তৰ সকলে আশা এৰি দিছিল।

সোমবাৰে আবেলি যেতিয়া মই তেখেতৰ ওচৰ পালোঁহি তেতিয়াও তেখেতৰ যন্ত্ৰণা আছিল; কিন্তু লগৰীয়া আন বন্দী সকলৰ নিষ্ঠাপূৰ্ণ শুশ্ৰূষাত উপশম বোধ কৰিছিল—যদিও সি বাহ্যিক।

চিকিৎসক সকলে আশা কৰা নাছিল যে তেখেত সেই ৰাতি জীয়াই থাকিব। তেখেতৰ ঐহিক জীৱনত সেয়ে শেষ ৰাতি। তেখেতে সেই গোটেই ৰাতি তেখেতৰ আন লগৰীয়া সকলৰ পৰা আৰু মহাত্মা গান্ধীৰ পৰা ধৰ্ম্মোপদেশ পাইছিল। তেখেতে আধা-আধি জ্ঞান থকা অৱস্থাৰে চকু দুটি মুদি বা লাহে লাহে মূৰ জোকাৰি প্ৰশ্নৰ উত্তৰ দিছিল। এবাৰ পিতা তেখেতৰ ওচৰলৈ অহাত আয়ে হাত মেলি সুধিলে "কোন"? তাৰ পিচত পিতাই যেতিয়া প্ৰায় এঘণ্টামান সময় তেখেতক শুশ্ৰূষা কৰিলে তেতিয়া তেখেতে বেছ স্বাচ্ছন্দ্য অনুভৱ কৰিছে বুলি বোধ হৈছিল। শুশ্ৰূষা কৰোঁতে পিতাৰ হাত দুখন কঁপিছিল (বাৰ্দ্ধক্যৰ কাৰণে) যদিও তথাপি তেখেতক আইতৰ্কৈ কেবছৰমান সৰু যেন দেখা গৈছিল। তাকে দেখি প্ৰায় ৩২ বছৰ পূৰ্ব্বে দক্ষিণ আফ্ৰিকাৰ এটা ঘটনালৈ মোৰ মনত পৰিল। তেতিয়া আইৰ তিনমাহ কাৰাদণ্ড ভোগ কৰি ওলাই অহা বাবে স্বাস্থ্য ভঙ্গ হৈ বেমাৰৰ পৰা তেতিয়া উঠিছিল

মাথোন। কোনো এজন পৰিচিত ইউৰোপীয়ানে কোনো এটা ৰেলষ্টেচনত আই আৰু পিতাক একেলগে দেখি সুধিছিল—"মিঃ গান্ধী, এখেত আপোনাৰ মাকনে ?"

ৰাতিপুৱা তেওঁৰ অৱস্থা বৰ বেয়া অথচ শান্ত দেখা গৈছিল। সোমবাৰেও তেখেতে যেন ক্রমে ক্ষয় হৈ অহা আশা আবৰি ধৰি আছিল। মঙ্গলবাৰে দেখা গ'ল যে তেখেতে প্রাণৰ আশা এৰি দিছে। প্রস্রাৱ সম্পূর্ণ বন্ধ হৈ বিকাৰ হ'লেও তেখেতৰ মন শান্ত আৰু নির্ম্মল আছিল।

সোমবাৰৰ পৰাই তেখেতে কোনো ঔষধ এনেকি পানী খাবলৈকো এৰি দিলে। কিন্তু মঙ্গলবাৰে দুপৰীয়া তেখেতে অলপ গঙ্গাজল খাবলৈ মুখ মুকালিছিল। গঙ্গাজল পান কৰি তেখেতে কিছু স্বাচ্ছন্দ্য অনুভৱ কৰিছিল। তাৰ পিছত আবেলি ৩ মান বজাত মোক মাতি পঠালে। মই তেখেতৰ ওচৰলৈ যোৱাত ক'লে,—"মই যাবলৈ ওলাইছোঁ। এদিন যেতিয়া যাবই লাগিব, আজি যোৱাত নো বাধা কি ?"

তেখেতৰ শেষ সন্তান, মই তেখেতক ধৰি আছিলোঁ। সকলোৰে আগত এই কথা কৈ আৰু দুই চাৰিটা মিঠা কথা কৈ মোৰ পৰা যেন বিদায় ললে ( চেনেহৰ ডোল ছিঙি )। মই ইতিপূর্ব্বে তেখেতৰ এনে স্পষ্ট উচ্চাৰণ বা ইয়াতকৈ মধুৰ বাক্য শুনা নাছিলোঁ। ইয়াৰ অলপ পিচতে কাৰো সাহায্য নোলোৱাকৈ নিজে নিজে বিছনাত উঠি বহিল আৰু মুখ ভাল কৰি, হাতযোৰ কৰি তেখেতৰ শক্তিয়ে আটেমানে শুনাকৈ

কেই মিনিটমান প্ৰাৰ্থনা কৰে,—"ভগবান মোৰ আশ্ৰয় ; মই তোমাৰ কৃপা প্ৰাৰ্থনা কৰোঁ।"

চকুৰ পানী সামৰিবলৈ মই যেতিয়া সেই ঘৰৰ পৰা বাহিৰ ওলালোঁ। তেতিয়া আগা খাঁ প্ৰাসাদৰ বাৰন্দাত "পেনিচিলিন" নামৰ ( নতুনকৈ ওলোৱা ) ঔষধটো পাইছিলহি।

চিকিৎসক সকলৰ এই ঔষধ ব্যৱহাৰ কৰিবৰ বিশেষ ইচ্ছা নাছিল। নিউমোনিয়া ঘাই বেমাৰ নহয়—সি আছিল এটা উপসৰ্গ মাথোন। মুত্ৰাশয়ৰ ক্ৰিয়া একেবাৰে বন্ধ হৈ যোৱাত "পেনিচিলিন" দিয়াত কোনো ফল নধৰিলেহেঁতেন ; তদুপৰি সেই ঔষধ দিবৰো সময় আৰু নাছিল। তথাপি নিউমোনিয়াৰ এই ঔষধ ব্যৱহাৰৰ কাৰণে ঠিক কৰা হৈছিল।

আবেলি প্ৰায় ৫ বজাত মই আইৰ ওচৰলৈ আকৌ এবাৰ যাবলৈ সাহ কৰিলোঁ। এইবাৰ তেখেতে এটি হাঁহি মাৰিলে। এই হাঁহিটিয়েই আজি মোক ৪৩ বছৰ বয়সলৈকে প্ৰশ্ৰয় দি আহিছে। হয়তো বা এয়ে পুতেকক উৎফুল্ল কৰিবৰ কাৰণে মৰণোন্মুখ মাতৃৰ চিন্তামগ্ন হাঁহি !

মোৰ আই বৰ স্নেহ-প্ৰবণা ( মৰমিয়াল ) আছিল। তেওঁ মোক বৰ বেছিকৈ ভাল পাইছিল ; সেই কাৰণে যিসকল তেখেতৰ ওচৰ সংস্পৰ্শলৈ আহিছে, মই সিবিলাকৰ ওচৰত তেখেতৰ হৈ মাৰ্জ্জনা ভিক্ষা কৰিছোঁ। ঈশ্বৰে নিশ্চয় এনে এজনৰ দোষ উপেক্ষা কৰিব যি তেওঁৰ সৃষ্টি আনভাল্কে মহিমাময় কৰি তুলিছিল।

তেখেতৰ এই হাঁহি দেখি মই আকৌ "পেনিচিলিন" খুৱাবৰ কাৰণে উৎসুক হ'লোঁ। আৰু এই সম্বন্ধে চিকিৎসক সকলৰ লগত আলোচনা কৰা কৰ্ত্তব্য বুলি ভাবিলোঁ। সিবিলাকে সেই ঔষধৰ দ্বাৰা এবাৰ চেষ্টা কৰি চাবলৈ যদিও ইচ্ছুক আছিল কিন্তু সাফল্য সম্পৰ্কে বিশেষ আশা কৰা নাছিল।

গান্ধীজীয়ে যেতিয়া জানিব পাৰিলে যে মই আইক বেদনাদায়ক ইনজেকচন দিয়াৰ প্ৰস্তাৱ অনুমোদন কৰিছোঁ তেতিয়া তেখেতে মোক সেই কথা বুজাবৰ নিমিত্তে সন্ধ্যা সময়ত বাগিচাত ফুৰা এৰি দিলে। তেখেতে মোক মাতি কলে— "তুমি মাৰাক আৰোগ্য কৰিব নোৱাৰিবা। তুমি যিমানেই অদ্ভুত ঔষধ আনা তাৰ পৰা একো ফল নহব। তথাপি তুমি যদি জেদ কৰা তেন্তে মই তোমাৰ কথাত হয় দিম! কিন্তু তুমি খুব ভুল বুজিছা! তেওঁ আজি দুদিনৰ পৰাই কি ঔষধ, এনে কি পানী এটুপি খাবলৈকো এৰি দিছে। তেওঁ এতিয়া ঈশ্বৰৰ হাতত। তুমি তাত হাত দিব পাৰা। কিন্তু মই তোমাক পৰামৰ্শ দিওঁ যে তুমি তেনে নকৰিবা। তুমি মনত ৰাখিবা যে তুমি প্ৰতি ৪ বা ৬ ঘণ্টাৰ অন্তৰে অন্তৰে তোমাৰ মৰনোন্মুখ মাৰাক ইনজেকচন দি শাৰীৰিক যন্ত্ৰনাহে দিব খুজিছা।"

মই আৰু তৰ্ক কৰিব নোৱাৰিলোঁ। চিকিৎসক সকলেও (এই কথাত) স্বস্তি অনুভৱ কৰিলে। মোৰ পিতাৰ লগত এনে মধুৰতম বাদানুবাদৰ শেষ হোৱা মাত্ৰকতে ভিতৰৰ পৰা খবৰ আহিল যে আইয়ে তেওঁক (পিতাক) মাতি পঠাইছে।

আইয়ে সেইসময়ত যাৰ গাৰ ওপৰত ভিৰ দি বহি আছিল সেই সকলৰ পৰা পিতাই তৎক্ষণাৎ আতঁৰাই নিজৰ গাৰ ওপৰত ভিৰ দিয়াই ললে। পিতাৰ নিজৰ কান্ধত আইক আশ্ৰয় দিলে—যিমানখিনি সম্ভৱ আৰাম দিবলৈ চেষ্টা কৰিলে।

মই লগৰীয়া আন দহজনৰে সৈতে সম্মুখত থিয় হৈ চাই আছিলোঁ। দেখিলোঁ, আইৰ মুখত মৃত্যুৰ ছাঁ যেন ক্ৰমে গভীৰ হৈ আহিছে। কিন্তু কথা কলে আৰু শাৰীৰিক স্বাচ্ছন্দ্যৰ কাৰণে গা লৰালে।

তাৰ পিচত চকুৰ নিমিষতে সকলো শেষ হৈ গ'ল। কেজনমানৰ চকুৰ পৰা অশ্ৰু বাগৰি পৰিল। কিন্তু তেওঁলোকে জোৰ কৰি তাক দমন কৰিলে। গোটেই দলটো অৰ্দ্ধবৃত্তাকাৰ হৈ থিয় দিলে আৰু যিটো গান চিৰকাল তেখেতৰ লগত একেলগ হৈ গাইছিল সেই প্ৰিয় ভজন গানটি গালে। দুই মিনিটৰ ভিতৰতে গোটেই দেহ নিস্পন্দ হৈ গল। ওচৰতে থিয় হৈ থকা এজনে কলে যে আমাৰ খোৱা-বোৱা শেষ হুবলৈহে তেখেত ইমান পৰলৈকে অপেক্ষা কৰিছিল। বন্দী শিবিৰত সন্ধ্যা প্ৰায় ৬টা বজাৰ সময়ত আহাৰ শেষ কৰিব লাগে।

তেখেতে সন্ধ্যা ৭-৩৫ মিনিট সময়ত পৰলোকলৈ গমন কৰিলে।"

কস্তুৰবাৰ মহাপ্ৰয়াণত মহাত্মাজীয়ে এধাৰি চকুলোৱে মাতাজীৰ স্মৃতি-তৰ্পণ কৰিছিল। সেই দিনা পবিত্ৰ "শিৱৰাত্ৰিৰ"

দিন আছিল। বোম্বাই গভৰ্ণমেণ্টে ৰাতিয়েই এই শোকৰ বাতৰি আগা খাঁ প্ৰাসাদৰ পৰা প্ৰচাৰ কৰিলে।

[ ৮ ]

## অন্ত্যেষ্টি ক্ৰিয়া

কস্তুৰবাৰ মৃত্যুৰ সময়ত বন্দীশালাবিলাকৰ ইন্সপেক্টৰ জেনেৰেল কৰ্ণেল ভাণ্ডাৰী উপস্থিত আছিল। তেখেত ৰাতি ১১ বজালৈকে প্ৰাসাদত উপস্থিত আছিল। সেই ৰাতি লেডী থেকাৰছে আৰু শান্তিকুমাৰ মোৰাৰজীক প্ৰাসাদলৈ যাবলৈ অনুমতি দিয়া হৈছিল।

কস্তুৰবাৰ দাহকাৰ্য্য ২৩ ফেব্ৰুৱাৰী তাৰিখে দিনৰ ১০ বাজি ৪০ মিনিটত আৰম্ভ কৰা হৈছিল। তেওঁৰ কনিষ্ঠ পুত্ৰ দেবদাস গান্ধী ক্ৰিয়াধাৰী হৈছিল। সেই অনুষ্ঠানত গান্ধী-পৰিয়ালৰ আত্মীয়-স্বজন, বন্ধু-বান্ধৱ মিলি এশ জনৰ অলপ ওপৰ মানুহ উপস্থিত আছিল।

কস্তুৰবাক বগা খদ্দৰৰ শাড়ী এখন পিন্ধাই ওপৰত কমলা ৰঙৰ ফাপোৰেৰে ঢাকি দিয়া হৈছিল। কপালত সিন্দুৰৰ ফোঁট দিয়া হৈছিল। তেতিয়া তেওঁক শান্তিৰে শুই থকা যেন দেখা গৈছিল। শৰাধাৰ ফুলৰ মালাৰে সজোৱা হৈছিল। প্ৰাসাদৰ পৰা এশ গজৰ দূৰতে ইতিমধ্যে মহাদেৱৰ

দেশাইক যি ঠাইত সংকাৰ কৰা হৈছিল তাতে চিতা তৈয়াৰ কৰা হৈছিল। শৰাধাৰ লৰাহঁতে আৰু ওচৰ সম্বন্ধীয় লোকে বহন কৰি চিতাৰ ওচৰলৈ লৈ গৈছিল। যিজন পুৰোহিতে মহাদেৱ দেশাইৰ মৃত্যুত পৌৰোহিত্য কৰিছিল এইবাৰো তেখেতেই পৌৰোহিত্য কৰিছিল। এই অনুষ্ঠান আড়ম্বৰহীন আৰু বৰ সংক্ষেপ ভাবেই কৰা হৈছিল।

স্বামী আনন্দ, কানু গান্ধী, হীৰালাল গান্ধী (জ্যেষ্ঠপুত্ৰ), শান্তিকুমাৰ মোৰাৰজী, কমলনাৰায়ণ বাজাজ আৰু তাত উপস্থিত থকা আন আন বন্ধুসকলে চিতা নিৰ্ম্মাণৰ যাবতীয় কামখিনি কৰিছিল।

কস্তুৰবাৰ মৃতদেহ যেতিয়া শৰাধাৰৰ পৰা চিতাত তোলা হৈছিল, তেতিয়া মহাত্মাজীক বিচলিত হোৱা দেখা গৈছিল। নিজৰ গাত থকা ছাল কাপোৰ খনেৰে চকুৰ পানী টোকা দেখা গ'ল। সেই ক্ষন্তেকৰ বাহিৰে আন সকলো সময়তে তেখেতে ধৈৰ্য্য ধৰি শান্ত হৈয়ে আছিল। আন সময়ত তেখেতে নআগন্তুকৰ লগত কথা পাতি আছিল।

শৱ সংকাৰৰ প্ৰাৰম্ভিক অনুষ্ঠান শেষ কৰি যেতিয়া চিতাত তোলা হ'ল তেতিয়া মহাত্মা গান্ধীয়ে পুৰোহিতক কৈ উপাসনাৰ কাৰণে সময় বিচাৰি ললে। উপাসনাৰ আৰম্ভতে কোৰাণ, গীতা আৰু বাইবেলৰ অংশ পাঠ কৰা হ'ল। আশ্ৰমবাসী কেজনমানে মাতাজীয়ে ভাল পোৱা কেটামান ভজন গালে। ডাঃ এম, ডি, ডি, গিল্ডাৰে ( Gilder ) জৰথুষ্টৰ পৰা কিঞ্চিৎ

অংশ মুখস্থ গালে আৰু মীৰাবেনে গালে—বাইবেলৰ চামৃছ ( গীত )।

উপাসনা হৈ যোৱাত গান্ধীজীয়ে পুৰোহিতক আকৌ সৎকাৰ কাৰ্য্য চলাবলৈ ক'লে আৰু নিজে লাধুটিত ভিৰ দি থিয় হৈ থাকিল। চন্দন কাঠৰ চিতাত ঘিঁউ ঢালি দিয়া হ'ল আৰু শ্ৰীদেৱদাস গান্ধীয়ে হাতত অগ্নি লৈ তিনিবাৰ চিতা প্ৰদক্ষিণ কৰিলে। শেষত মুখাগ্নি কৰি চিতাত অগ্নি সংযোগ কৰিলে। উপস্থিত সকলোৱেই সমস্বৰে "গোবিন্দ" নাম উচ্চাৰণ কৰিবলৈ ধৰিলে—গোবিন্দ, গোবিন্দ, গোবিন্দ! অগ্নি দেৱতাই এই পবিত্ৰ দেহটি অতি শীঘ্ৰে ভস্ম কৰি দিলে।

**অস্থি সঞ্চয়ন**:— ফেব্ৰুৱাৰী মাহৰ ২৫ তাৰিখে আগা খাঁ প্ৰাসাদতে অস্থি সঞ্চয়ন বা চতুৰ্থী পালন কৰা হয়। সেই অনুষ্ঠানত হীৰালাল, ৰামদাস, দেৱদাস আৰু বন্দীশালাৰ আন আন লোকসকল উপস্থিত আছিল।

এই সম্পৰ্কেও দেৱদাস গান্ধীয়ে যি বৰ্ণনা দিছিল ইয়াত তাকে তুলি দিয়া হ'ল। ইয়াৰ পৰাই কস্তুৰবাৰ অন্ত্যেষ্টি ক্ৰিয়াৰ যাবতীয় কথাখিনি সহজে জনা যাব। তেখেতে লিখিছে—"মই প্ৰয়াগলৈ অহা বাটত এই বিবৰণী খিনি লিখিছোঁ। মই লগত আইৰ চিতাভস্ম আনিছোঁ। অহা সোমবাৰে গঙ্গাত তাক লগাব লাগিব। চিতাভস্মৰ লগত আইৰ এমুঠিমান অস্থি আনিছোঁ। এই অস্থি বন্দীশালাৰ লোকসকলৰ দ্বাৰা শাস্ত্ৰীয় অনুষ্ঠান কৰি চিতাৰ পৰা সংগ্ৰহ

কৰা হৈছিল। অস্থি সংগ্ৰহ কৰি পোণতে এখন কলাপাতত থোৱা হ'ল। তাৰ পিচত তাত ফুল আৰু সিন্দূৰ দিয়া হল, ধুনা-ধূপ জ্বলোৱা হল আৰু মন্ত্ৰদ্বাৰা শোধন কৰি মই লগত লৈ আহিবলৈ যুগুত কৰা হ'ল। আজি সেই পবিত্ৰ অস্থি আনি মই ভাবিছোঁ—মই আইৰ লগতে আহিছোঁ। কিন্তু কালিৰ পৰা মই আৰু তেখেতৰ লগত এইদৰে ফুৰিবলৈ নাপাম। গান্ধীজীৰ এইটো খাতাং মত আছিল যে গঙ্গা আৰু যমুনাৰ সঙ্গমত এই অস্থি লগোৱা হ'ব। তেখেতে মোক কৈছিল—"কোটি কোটি হিন্দুৱে যিটো পুণ্যকৰ্ম্ম বুলি ভাবে সেইদৰে কৰিলেই তোমাৰ মাৰাৰ আত্মাই তৃপ্তি লাভ কৰিব।" গান্ধীজীৰ এনে সিদ্ধান্তৰ ওপৰত আকৌ শ্ৰদ্ধেয় মালব্যজীয়ে টেলিগ্ৰাম কৰি ইচ্ছা প্ৰকাশ কৰিছিল যে অস্থি নিক্ষেপ প্ৰয়াগত হ'ব লাগে। চিতা ভস্মৰ সৰহ ভাগকে প্ৰচলিত আচাৰ মতে পুনাৰ ওচৰৰ ইন্দ্ৰায়াণী নদীত নিক্ষেপ কৰা হৈছে। নদীৰ কাষৰ সেই অনুষ্ঠান মোৰ আৰু মোৰ লগৰীয়া আন সকলৰ পক্ষে পবিত্ৰ আৰু শান্তিদায়ক আছিল। শুক্ৰবাৰে পুৱা বেলি ওলোৱাৰ আগতে আমাৰ সেই তৰ্পণ শেষ হৈছিল। শৱ সৎকাৰৰ পিচদিনা যি অস্থি সংগ্ৰহ কৰা হৈছিল তাৰ লগত ৫ ডাল বেলোৱাৰি বালাও আছিল। সেই বালা কেডাল চিতাত দিয়া হৈছিল। শৱ দাহ হৈ যোৱাৰ পিচত বালা কেডাল গোটে গোটেই পোৱা গৈছিল।

গান্ধীজীয়ে এই পৰীক্ষাত কেনে ভাৱে উত্তীৰ্ণ হব পাৰিলে

সেই সম্পৰ্কেও এষাৰ কথা মই কোৱা উচিত। তেখেতক ক্লান্ত যেন দেখা গৈছিল। তেখেতৰ জীৱনত যি স্থান শূন্য হ'ল তাৰ বাবে তেখেতে নিশ্চয় বেজাৰ পাইছিল। কাৰণ, আজি তেখেত যি ঠাইত অধিষ্ঠিত হৈছে তাৰ বাবে আই কম দায়ী নহয়। তথাপি তেখেতে নিজৰ ভাবাবেগ যথেষ্ট জ্ঞান-বলেৰে দমন কৰি ৰাখিব পাৰিছিল। তেখেতৰ পৰা তেনে আচৰণ সকলোৱেই অৱশ্যে আশা কৰে। তেখেতৰ চাৰিওফালে শোক-বেজাৰৰে দৃশ্য হ'লেও তাত গভীৰ ছাঁয়াপাত নাছিল। আমি আনকেইজন ভাইৰে যেতিয়া বন্দীশালৰ পৰা বিদায় হবলৈ ওলালোঁ; তেতিয়াও তেখেতে আগৰ দৰেই স্বভাবসুলভ খুহুতীয়া কথাৰেই আমাক বিদায় দিছিল। তাত চকুৰ পানী নাছিল। তেখেতৰ স্বাস্থ্য মোৰ বিশ্বাস ভালেই।"

**অস্থি নিক্ষেপ ঃ—** ২৮ ফেব্ৰুৱাৰী তাৰিখে গঙ্গা আৰু যমুনাৰ সঙ্গমস্থানত কস্তুৰবাৰ অস্থি লগোৱা হয়। ২৭ তাৰিখে ৰাতিয়েই শ্ৰীদেৱদাস গান্ধীয়ে পুণাৰ পৰা আহি এলাহাবাদ ষ্টেচন পালে। তাতে ৰাতি থাকিল। পুৱা ৭॥ বজাত অস্থি-ভাণ্ডটি বাহুকাধাৰত লোৱা হল। ফুলেপাতে সেই আধাৰ সজোৱা হ'ল। জাতীয় পতাকাৰে ৰঞ্জিত কৰা হ'ল। তাৰ পিচত শোভাযাত্ৰা কৰি নদীলৈ নিয়া হ'ল। বাটত পণ্ডিত শ্ৰীযুত মদনমোহন মালব্যজীৰ ঘৰৰ সম্মুখত গাড়ী ৰখোৱা হ'ল। মালব্যজী আহি অস্থি-ভাণ্ডত এধাৰি ফুলৰ মালা ভক্তিৰে অৰ্পণ কৰিলে। শোভাযাত্ৰা নদীসঙ্গম স্থানলৈকে

আগ বাঢ়িল। সেইখিনি পালত শ্ৰীদেৱদাস গান্ধীয়ে গঙ্গা-স্নান কৰিলে। তাৰ পিচত ব্ৰহ্মচাৰী প্ৰভুদত্তৰ পৌৰোহিত্যত যথাবিধি মন্ত্ৰপাঠপূৰ্ব্বক সঙ্গমস্থানত অস্থি নিক্ষেপ কৰা হ'ল। তাৰ পিচত তাত গীতাৰ কিছুমান শ্লোক পাঠ কৰা হ'ল।

হাজাৰ হাজাৰ মানুহে শোভাযাত্ৰা কৰি গৈ এই অনুষ্ঠানৰ যোগে কস্তুৰবাৰ প্ৰতি শ্ৰদ্ধাঞ্জলি অৰ্পণ কৰিলে।

[ ৯ ]

## তৰ্পণ

কস্তুৰবাৰ বিয়োগ বাতৰি প্ৰকাশ হোৱাৰ লগে লগে গোটেই দেশ শোকাচ্ছন্ন হৈ পৰিল। বহুতো চহৰ আৰু গাঁৱতো হৰতাল পালন কৰিলে। নিজৰ আপোনজনক হেৰুৱাৰ দৰে উপবাস কৰিলে। শোক-প্ৰকাশক সভা পাতি প্ৰস্তাৱ গ্ৰহণ কৰিলে। বাপুজীলৈ চাৰিওফালৰ পৰা সমবেদনা জ্ঞাপক বাতৰি আহিবলৈ ধৰিলে। মিউনিচিপালিটী, লোকেলবৰ্ড, কাউন্সিল অব্ ষ্টেট্, বঙ্গদেশ, পাঞ্জাব, সিন্ধু, উৰিষ্যা আৰু উত্তৰ-পশ্চিম সীমান্ত প্ৰদেশৰ আইন সভাত (Assembly) কস্তুৰবা সম্পৰ্কে নানাভাৱে গুণ কীৰ্ত্তন কৰি

শোকপ্ৰস্তাৱ গ্ৰহণ কৰিলে, আৰু মৃতকৰ প্ৰতি শ্ৰদ্ধা দেখুৱাব কাৰণে অধিবেশন আৰু অফিচৰ কাৰ্য্য স্থগিত ৰাখিলে। বহুতো স্কুল কলেজ বন্ধ দিয়া হৈছিল—য'ত বন্ধ দিয়া নাছিল তাতো ছাত্ৰৰ অনুপস্থিতিত বন্ধৰ দৰেই হৈছিল। ডিফেন্স অব ইণ্ডিয়া ৰুলৰ দোহাই দি বহুত ঠাইত শোভাযাত্ৰা, সভা পুলিচে ভাঙ্গি দিছিল আৰু বহুতকে গ্ৰেপ্তাৰো কৰিছিল। বোম্বাই, কলিকতা, মাদ্ৰাজ প্ৰভৃতি ডাঙৰ চহৰৰ কৰ্পোৰেচনত শোকপ্ৰস্তাৱ গ্ৰহণ কৰা হৈছিল আৰু সভা স্থগিত ৰাখিছিল। পণ্ডিত মদনমোহন মালব্যজীৰ নিৰ্দ্দেশ অনুযায়ী মাৰ্চ্চ মাহৰ ৫ তাৰিখে "নিখিল ভাৰত কস্তুৰবা দিন" পালন কৰা হৈছিল। সেইদিনা সকলো ঠাইতে ৰাজহুৱা সভা হৈছিল, বহুত ঠাইত উপাসনা কৰা হৈছিল আৰু তেখেতৰ বহুমুখী গুণ আৰু দেশ-সেৱাৰ মহিমা কীৰ্ত্তন কৰি স্মৃতি-তৰ্পণ কৰিছিল।

স্বদেশৰ সকলোৰে পৰা এনে শ্ৰদ্ধা আকৰ্ষণ কৰাত এই মহীয়সী মহিলাৰ ব্যক্তিত্ব তলে তলে কেনেভাবে দেশবাসীৰ মাজত ব্যাপ্ত আছিল বুজা যায়। কস্তুৰবাৰ মহৎ গুণ—তেওঁ সদায় স্বামীৰ ছাঁত লুকাবলৈ চেষ্টা কৰিছিল, প্ৰকাশলৈ আহিবলৈ সদায় অনিচ্ছুক আছিল। এনে ত্যাগৰ ফলতে কস্তুৰবা মহৎ। মহত্তৰ প্ৰতি আকৃষ্ট হোৱা বা শ্ৰদ্ধা নিবেদন কৰা মানুহৰ স্বাভাবিক ধৰ্ম্ম।

মানুহৰ হৃদয় কস্তুৰবাৰ প্ৰতি ইমানখিনিলৈকে দ্ৰবীভূত হুৱৰ আন এটা কাৰণ আছিল—তেওঁৰ বন্দীদশাত বন্দীশালাত

দেহাৱসান—জীৱনৰ পৰিসমাপ্তি। পৰাধীন জাতিক অধীনতা পাশৰ পৰা মুক্ত কৰিবলৈ যি সকলে চেষ্টা কৰে তেওঁ বিলাকৰ অদৃষ্টত এনেদৰে জীৱনৰ পৰিসমাপ্তি ঘটি থকাই স্বাভাবিক। অৱশ্যে স্বাধীনতা যুদ্ধৰ সৈনিকৰ পক্ষে এনে মৰণ মহামৰণ। জাতিৰ কল্যাণৰ কাৰণে যি যুদ্ধক্ষেত্ৰত এনেদৰে মৃত্যু বৰণ কৰে তেওঁৰ মৃত্যুও বৰণীয়। বন্দীশালাৰ ভিতৰত কস্তুৰবাৰ মৃত্যুহীন প্ৰাণে এনে মৰণ বৰণ কৰি জাতিক জীৱনৰ জয়গানকে শিকাই গ'ল। সতী কস্তুৰবাৰ এই দান অথলে নাযায়। বিদেশী শাসকৰ মমতাহীন যন্ত্ৰবৎ শাসন অচল থাকিলেও এই মহামৰণৰ ফলতে জাতিয়ে মুক্তিৰ পথ বিচাৰি পাব। এনে মহৎ জীৱনৰ আদৰ্শই জাতিক অনুপ্ৰাণিত কৰিব—স্বাধীনতা লাভৰ সঙ্কল্প আৰু দৃঢ়তৰ হ'ব। মৃত্যুৰ দৰে অমঙ্গলো দেবীৰ পৰশলৈ আহি মহামঙ্গলৰ সূচনা কৰিব। ইয়াৰ দ্বাৰা জাতি মুক্তিৰ ফালে ভালেখিনি আগ বাঢ়িল। কস্তুৰবাৰ জীৱনৰ আদৰ্শই আমাৰ দেশবাসীক মনুষ্যত্ব লাভলৈ প্ৰেৰণা দিয়ক।

সতী কস্তুৰবাৰ চৰিত্ৰবল কিমান মহৎ আছিল। সেই প্ৰভোজ্জ্বল চৰিত্ৰৰ কাৰণে, হৃদয়ৰ উচ্চতাৰ কাৰণে, মহামানৱ মহাত্মাজীয়ে তেওঁক "বা" বা মা বুলি মাতিছিল। এনে দৃষ্টান্ত পৃথিবীত বিৰল। মনৰ কিমানখিনি বল হ'লে এনে সম্বোধন সম্ভৱ। সত্যৰ পূজাৰী মহাত্মাই বিনা অনুভূতিৰে কোনো কাম নকৰে। কস্তুৰবাৰ চৰিত্ৰবলে আমাক বাট দেখুৱাওক—শান্তিৰ ফালে—আনন্দৰ ফালে গতি দিয়ক।

## নিখিল ভাৰত জাতীয় স্মৃতি-ভঁড়াল

কস্তুৰবা গান্ধীৰ প্ৰতি আংশিক ভাবেও কৃতজ্ঞতা জ্ঞাপনৰ কাৰণে গোটেই ভাৰতৰ বিভিন্ন দল, বিভিন্ন সম্প্ৰদায়ৰ নেতাসকল লগ লাগি কস্তুৰবাৰ স্মৃতিৰক্ষাৰ কাৰণে এটা জাতীয় স্মৃতি-ভঁড়াল স্থাপনৰ প্ৰস্তাব কৰিলে। সেই প্ৰস্তাব ৯ মাৰ্চ্চ তাৰিখে প্ৰথম·প্ৰকাশিত হয়। মুক্তহস্তে এই জাতীয় ভাণ্ডাৰত দান দিবলৈ গোহাৰি প্ৰচাৰিত হ'ল। তাত ৪০ জন জাতিবৰ্ণ দল নিৰ্ব্বিশেষে নেতাই স্বাক্ষৰ কৰিছিল। পুৰোভাগত আছিল পণ্ডিত মদনমোহন মালব্য। তাত প্ৰস্তাব কৰা হ'ল যে আগত ১৯৪৪ চনৰ ২ অক্টোবৰ তাৰিখে গান্ধীজীৰ ৭৫ বছৰ পূৰা হ'ব। সেই জন্মোৎসৱৰ দিনা তেওঁৰ হাতত ৭৫ লক্ষ টকা উপহাৰ দিয়া হওক। সেই টকাৰেই কস্তুৰবাৰ স্মৃতি ৰক্ষাৰ বাবে ভাৰতৰ বিভিন্ন ঠাইত স্ত্ৰী-শিক্ষাৰ কাৰণে শিক্ষায়তন স্থাপিত হব। জাতীয় ভাণ্ডাৰৰ কাৰণে ৯জন ট্ৰাষ্টীৰে এটা বোৰ্ড গঠিত হ'ল। সিবিলাকে টকাটো নিৰূপিত দিনৰ ভিতৰত তুলিবলৈ লগত আন সভ্য লগ লগাই লবলৈ আৰু ভবিষ্যতে সেই অৰ্থে যাবতীয় কাম কৰিবলৈ সেই ট্ৰাষ্ট বোৰ্ডকে ভাৰ দিয়া হৈছিল।

প্ৰস্তাবিত ৭৫ লক্ষ টকা স্মৃতি-ভড়ঁাললৈ তুলিবৰ কাৰণে ভাষাৰ ভেটিত নিৰূপিত ( কংগ্ৰেছৰ মতে ) বিভিন্ন প্ৰদেশত আৰু দেশীয় ৰাজ্যত একোখন প্ৰাদেশিক কমিটী গঠনৰ নিৰ্দ্দেশ আছিল। প্ৰাদেশিক কমিটীৰ তলত আকৌ জিলা কমিটী,

তহশীল কমিটী প্ৰভৃতি সৰু সৰু কমিটী গঠন কৰি হাতে-কামে লাগি যাবলৈ নিবেদন জনালে। স্মৃতি-ভাণ্ডাৰৰ চেণ্ট্ৰাল কমিটীৰ অফিচ বোম্বাই সিন্ধিয়া বেলার্ড হাউচত পতা হ'ল। তাৰ যুক্ত সম্পাদক নিযুক্ত হ'ল শ্ৰীবৈকুণ্ঠ এল মেহটা আৰু স্বামী আনন্দ। টকা কড়ি তালৈ বা চেণ্ট্ৰাল ব্যাঙ্ক অব্ ইণ্ডিয়ালৈ পঠাবলৈ নিৰ্দ্দেশ আহিল। ভাৰতৰ বাহিৰৰ পৰাও স্মৃতি-ভাণ্ডাৰলৈ দান দিবলৈ সুযোগ দি নিবেদন কৰা হৈছিল।

প্ৰাদেশিক লোকসংখ্যা ভেটিত প্ৰস্তাবিত ৭৫ লক্ষ টকা তুলিবলৈ ভাৰ দিয়া হৈছিল। সেই অনুযায়ী আমাৰ অসমৰ ভাগত পৰিছিল ৫০ হেজাৰ টকা। যি ৪০ জন নেতাৰ স্বাক্ষৰেৰে এই জাতীয় ভাণ্ডাৰৰ গোহাৰি প্ৰথমতে প্ৰচাৰিত হৈছিল তাৰ ভিতৰত আমাৰ শ্ৰীগোপীনাথ বৰদলৈৰ নামো আছিল। আমাৰ প্ৰদেশৰ কমিটীয়ে ৭৫ হাজাৰ তুলিবলৈ চেষ্টা কৰিছিল। কিন্তু বৰ আনন্দৰ কথা যে নিৰূপিত টকাতকৈও বহুতো সৰহ টকা আমাৰ প্ৰদেশৰ পৰা উঠিল। সেই সংখ্যা এতিয়ালৈকে ১ লাখ ৩ হেজাৰ টকা হৈছে। ভাৰতবৰ্ষতো আশাৰ অতীতৰূপে টকা সংগৃহীত হৈছিল। এতিয়ালৈকে তাতো ১ কোটিৰো ওপৰ টকা (প্ৰায় ১॥ কোটিৰ ওচৰা-ওচৰি) উঠিছে আৰু ২ অক্টোবৰৰ দিনা মহাত্মাজীক উপহাৰ দিয়া হৈছে। প্ৰদেশবিলাকৰ ভিতৰত বোম্বাইত সৰহ টকা উঠিছে।

কেনেভাবে স্মৃতি-ভাণ্ডাৰৰ টকা খৰচ হ'ব, সেই সম্পৰ্কে

ট্ৰাষ্ট বোৰ্ডে এটা স্কীম তৈয়াৰ কৰিছে। প্ৰতি ঠাইৰে উঠা টকাৰ এটা অংশ ( শতকৰা ২৫৲ টকাৰ বেছি নহয় ) চেণ্ট্ৰাল ফাণ্ডত থাকিব। বাকী টকাৰে গাওঁবিলাকত লৰা-ছোৱালী আৰু মাইকী মানুহৰ শিক্ষা বা আন কল্যাণজনক অনুষ্ঠান স্থাপনৰ দিহা হ'ব। মহাত্মা গান্ধীয়ে কৈছিল—"কস্তুৰবা আছিল গাৱঁৰ ছোৱালী। তেওঁৰ স্মৃতিৰ অৰ্থে যি টকা উঠিছে সেইটকা গাৱঁত আৰু লৰা-ছোৱালী বা মাইকী মানুহৰ ভালৰ কাৰণে খৰচ হব লাগে। তেওঁ সিহঁতৰ মাজতে সেৱা-কাৰ্য্য কৰি আনন্দ পাইছিল।"

[ ১০ ]

# পৰিশিষ্ট

( ক )

বহুদিন বন্দীশালত ৰোগ-ভোগাৰ পিচত কস্তুৰবাৰ মৃত্যুত দেশবাসীয়ে তেখেতৰ প্ৰতি যি শ্ৰদ্ধাঞ্জলি নিবেদন কৰিছিল, ভাৰতীয় নেতা, দেশ-বিদেশৰ বাতৰিকাকতত তেখেতৰ যি গুণাৱলী প্ৰকাশিত হৈছিল ইয়াত তাৰেই অলপ চমু আভাস দিয়া হল— ।

# ভাৰতীয় নেতাৰ শ্ৰদ্ধাঞ্জলি

**পণ্ডিত মদনমোহন মালব্যজী—** বাৰ মৃত্যু. বাতৰি শুনি অতিশয় শোক পালোঁ। ভাৰতীয় নাৰীৰ পক্ষে যেনে মৃত্যু "সৌভাগ্যৱতীৰ" প্ৰাপ্য বুলি ভাবে তেখেতৰ তেনে ধৰণৰ মৃত্যু হোৱাত ভগৱানৰ ওচৰত সবল কৃতজ্ঞতা জানাইছোঁ। সমগ্ৰ-দেশবাসী আপোনাৰ শোকত সহানুভূতি-সম্পন্ন ( আপোনাৰ শোকৰ ভাগ লৈছে )।

**শ্ৰীমতী সৰোজিনী নাইডু—** ভাৰতীয় নাৰীত্বৰ পূৰ্ণ প্ৰতীক বীৰাঙ্গনা কিন্তু ক্ষীণাঙ্গনা কস্তুৰবাৰ আত্মাই শান্তি লাভ কৰক। জীৱন-যুদ্ধত তেখেত কেতিয়াও পদচ্যুত হোৱা নাছিল কিম্বা তেখেতৰ অন্তৰ কঁপা নাছিল। ত্যাগৰ কঠোৰ পথত তেখেতে কেতিয়াও হোঁহোকা মৰা নাছিল। তেখেতে নিৰ্ভীক চিত্তে আৰু নিষ্ঠা ভক্তিৰে মহামানৱ স্বামীৰ পদানুসৰণ আৰু সেৱা কৰিছিল। তেখেতে মৰজগতৰ পৰা অমৰত্ব লাভ কৰাত যাহক আমি বৰং আনন্দ অনুভৱ কৰোঁ যেহেতু ভাৰতবৰ্ষৰ প্ৰাচীন পুৰাণ, ইতিহাস আৰু বীৰাঙ্গনা সকলৰ যি বৰ্ণনা আমি পাওঁ সিবিলাকৰ লগত তেখেতৰ মিলন সম্ভৱ হৈছে।

**চাৰ বাধ্ৰাক্ৰিষ্মণ—** সামৰিক আৰু ৰাজনৈতিক নেতা সকলৰ যি সকলৰ কাম আৰু নাম বৰ্ত্তমানে প্ৰখ্যাত হৈছে—কালক্ৰমে সেই বিলাকৰ নাম আৰু দেখাত বৰ্ত্তমানে

ডাঙৰ কাম বিলাকৰ কথা লোকসমাজে পাহৰিব। কিন্তু গান্ধীজীৰ নাম কেতিয়াও পাহৰিবৰ নহয়; মনুষ্য জাতিৰ ত্ৰাণকৰ্ত্তা আৰু ভবিষ্যতৰ ঋষি হিচাবে সকলোৱে তেওঁক স্মৰণ ৰাখিব। যি কস্তুৰবাৰ মৃত্যুত আমি শোক প্ৰকাশ কৰিছোঁ— সেই মহীয়সী মহিলাই মহাত্মা গান্ধীৰ জীৱনৰ উদ্দেশ্য আৰু আদৰ্শত সম্পূৰ্ণ অনুপ্ৰাণিত হৈ নিজৰ নিস্বাৰ্থ ভক্তিৰ দ্বাৰা ভাৰতৰ স্বাধীনতা যুদ্ধৰ বুৰঞ্জীত যুগমীয়া স্থান অধিকাৰ কৰিছে। ৬০ বছৰ ব্যাপী তেখেতে মহাত্মা গান্ধীৰ চিৰ লগৰী হিচাবে সকলো বিপদ-আপদতো সেৱাৰতা আছিল। দক্ষিণ আফ্ৰিকা আৰু ভাৰতবৰ্ষত স্বামীৰ লগত তেখেতে বহুতো নিৰ্য্যাতন ভোগ কৰিছিল আৰু মৃত্যুৰ সময়তো আগা খাঁ প্ৰাসাদৰ বন্দীশালত স্বামীৰ লগৰী আছিল। তেখেতে সুখে-দুখে একত্ব উপলব্ধি কৰাই বিবাহিত জীৱনৰ আদৰ্শ বুলি নিজ জীৱনৰ দৃষ্টান্তৰ দ্বাৰা বুজাইছিল। বীৰ পুৰুষৰ সঙ্গিনী হোৱা সহজ কথা নহয়; বিশেষতঃ যিজনে তপস্যা আৰু নিৰ্য্যাতন ভোগকে জীৱনৰ আত্মশুদ্ধি আৰু উন্নতিৰ পথ বুলি গ্ৰহণ কৰিছিল। কস্তুৰবা গান্ধী মানসিক উৎকৰ্ষত, শাৰীৰিক গঠনৰ সৌন্দৰ্য্যত বা ধন-সম্পদৰ অধিকাৰিনী হিচাবে কৰ্ত্তব্য সাধনত উৎকৃষ্টতা লাভ কৰা নাছিল। তেখেতে স্বামীৰ আদৰ্শত নিজক সম্পূৰ্ণৰূপে দান কৰি আৰু সম্পূৰ্ণ ভক্তিৰে সেৱা কৰিহে তেনে উৎকৃষ্টতা লাভ কৰি সকলোৰে শ্ৰদ্ধাৰ পাত্ৰী হৈছে। প্ৰকৃতপক্ষে, মহাত্মা গান্ধীয়েও সততে কৈছিল

যে তেওঁ তেওঁৰ গৃহিণীৰ পৰাহে সত্যাগ্ৰহৰ প্ৰণালী আৰু তাৰ প্ৰয়োগ-বিধি শিক্ষা পাইছিল। প্ৰেম আৰু ত্যাগৰ ক্ষেত্ৰত মহিলা সকলেই পুৰুষতকৈ উত্তম শিল্পী। মহিলা সকল কেতিয়াও অবলা ( দুৰ্ব্বলা ) নহয়। তেওঁবিলাক সাহসী, বলী আৰু মহৎ। তেওঁবিলাক অধিক প্ৰাণৱতী আৰু বাস্তৱশীলা। যোৱা ফেব্ৰুৱাৰী মাহত অনশনৰ ফলত যেতিয়া মহাত্মা গান্ধীৰ অৱস্থা ভয় লগা হৈছিল তেতিয়া তেওঁৰ ঈশ্বৰৰ প্ৰতি বিশ্বাস আৰু তেওঁৰ পত্নীৰ পবিত্ৰ আৰু তীব্ৰতা ভৰা প্ৰেমৰ নিষ্ঠাত, যি প্ৰেমে মৃত্যুকো জয় কৰিব পাৰে, সেই মহান প্ৰেমে, মহাত্মা গান্ধীক ৰক্ষা কৰিবলৈ সক্ষম হ'ল। ইয়াৰ দ্বাৰা হিন্দুৰ নাৰীৰ গৌৰৱময় সান্ত্বনা কস্তুৰবাই পালে—যাৰ দ্বাৰা তেওঁ স্বামী আৰু সন্তান আদিৰ দ্বাৰা পৰিবেষ্টিত হৈ মৃত্যু লাভ কৰিব পাৰিলে। কস্তুৰবাৰ নাৰৱ কষ্টবৰণ, ত্যাগ, বিনয় আৰু বিশ্বাস আদি গুণাৱলীৰ পৰা আমাক অতীতকালৰ অনসূয়া, অৰুন্ধতী আদি মহীয়সী সকলৰ কথা মনত পেলাই দিয়ে। ইবিলাকে জগতত বিশেষ খ্যাতি লাভ নকৰিলেও তেওঁ বিলাকৰ নিস্বাৰ্থ জীৱনীয়ে আমাৰ জাতিক উন্নত আৰু সভ্যতাৰ পোহৰ দিছিল। এনে শোক আৰু সঙ্কট কালত যেতিয়া গান্ধীজীৰ অন্যতম সংসাৰ বান্ধোন স্খলকি পৰিছে এই অৱসৰত আমি তেখেত আৰু তেখেতৰ সন্তান সকলক আমাৰ সমবেদনা জ্ঞাপন কৰোঁ। আমি সি বিলাকক জনাওঁ যে আমি সি-বিলাকৰ লগত সমদুঃখত দুঃখী। কস্তুৰবাৰ দেহ ভস্মীভূত

হ'ল ; কিন্তু তেওঁৰ আত্মাই অমৰত্ব লাভ কৰিলে। ভগৱানৰো এনে আশ্বাস কথা আছে যে তেওঁৰ ভক্ত সন্তানৰ মৃত্যু নাই।

**ৰাইট্‌ অনাৰেব্‌ল্‌ এম, আৰ, জয়াকৰ—**

প্ৰথমে মহাদেব দেশাই আৰু তাৰ পিচত কস্তুৰবা—এক শোকৰ পিচত আন এটা শোক। কাৰা-জীৱনক গভৰ্ণমেণ্টে অদৃশ্য ভাৱে পবিত্ৰতা দান কৰিছে। বহুকাল পূৰ্ব্বে যেতিয়া মই মহাত্মা গান্ধীক ভালদৰে জানিছিলোঁ—তেখেতে সদায় শোকক পবিত্ৰতাৰ হেতু বুলি প্ৰকাশ কৰিছিল। এয়ে যদি তেখেতৰ এতিয়াও ধাৰণা তেনেহলে এই বিপদবিলাক তেখেতৰ কাৰণে উন্নততৰ জীৱন লাভ কৰিবৰ কাৰণে সোপান মাথোন।

**ৰাইট্‌ অনাৰেব্‌ল্‌ চাৰ তেজবাহাদুৰ চাপ্ৰু—**

মহাত্মা গান্ধীৰ সাধ্বী পত্নী কস্তুৰবাৰ মৃত্যুৰ সংবাদ পাই মই বৰ শোক পাইছোঁ। যি অৱস্থাত তেখেতৰ মৃত্যু হৈছে—সেইটোৱে তেখেতৰ আত্মীয়-স্বজন, বন্ধু-মিত্ৰবৰ্গ আৰু দেশবাসীৰ মনত শোকৰ মাত্ৰা আৰু অধিক পৰিমাণে বৃদ্ধি কৰিলে। অপূৰণীয় ক্ষতি হলেও, মহাত্মা গান্ধীয়ে তেওঁৰ স্বাভাবিক সহনশীলতা আৰু ভগবৎ নিৰ্ভৰশীলতা গুণেৰে সহজে তাক সহ্য কৰিব পাৰিব।

**শ্ৰীৰ সভৰকাৰ—** কস্তুৰবাৰ মৃত্যুত বৰ দুখিত অন্তৰেৰে সৈতে মই শোক নিবেদন কৰিছোঁ। মহাত্মা গান্ধীৰ তেওঁ সাধ্বী স্ত্ৰী আৰু স্নেহময়ী মাতাৰ দৰে একাধাৰে বিৰাজ কৰিছিল। মানৱ জাতিৰ আৰু ভগৱানৰ সেৱাত সততে নিযুক্ত

থাকি তেখেতে মহা-মৃত্যু বৰণ কৰিলে। আপোনাৰ শোকত সমগ্ৰ দেশবাসী দুঃখিত।

**শ্ৰীমতী কৃষ্ণা হাথীসিং—** মহৎ লোকৰ পত্নী হোৱা সহজ কথা নহয়। এনে লোক সকলৰ বহুতো পত্নীয়ে স্বামী সকলৰ লগত সমানে খোজ দিব নোৱাৰিছিল কিম্বা বিনা আপত্তিৰে মন জোগাই চলিবলৈ টান পাইছিল। যিসকলে কৃতকাৰ্য্যতাৰে এনে স্বামীৰ অনুগামিনী হব পাৰিছিল তাৰ ভিতৰত কস্তুৰবা গান্ধী এগৰাকী। তেখেত ক্ষীণকায়া হলেও মহাত্মা গান্ধীৰ সাহসী পত্নী। তেখেতে জগদ্বিখ্যাত স্বামীৰ ছাঁৰ আঁৰত সদায় আছিল। নিজৰ নীৰব, অনাড়ম্বৰ সাধনাৰ দ্বাৰা নিজ ব্যক্তিত্ব সম্পূৰ্ণ ৰাখিও স্বামীৰ পদানুসৰণ কৰোঁতে যথেষ্ট ত্যাগ আৰু কষ্ট স্বীকাৰ কৰিছিল। তেখেতে নিজৰ প্ৰাপ্যও ইচ্ছামতে পৰিত্যাগ কৰিও সদায় নিজক স্বামীৰ পিচত ৰাখি চলিছিল।

*　　*　　*

বাপু নিঃসংশয়ে বৰ্ত্তমান কালত শ্ৰেষ্ঠ পুৰুষ; কিন্তু "বা" মোৰ পক্ষে যেন অধিক শ্ৰেষ্ঠ। যথেষ্ট চৰিত্ৰবল নাথাকিলে এনেদৰে বিনা বাক্যব্যয়ে নিজক সমৰ্পণ কৰা টান। "বা"ৰ জীৱন বৰ সুখৰ নাছিল। বহুততকৈ তেখেতে বেছিকৈ কষ্ট স্বীকাৰ কৰিব লগাত পৰিলেও তাৰ পৰা তেখেত বিৰক্ত হোৱা নাছিল। বৰং তাৰদ্বাৰা তেখেত বেছি উজ্জ্বলময়ীহে হৈছিল। গোটেই জীৱনটো তেখেত নিস্বাৰ্থ আৰু অক্লান্ত ভাৱে

স্বামীৰ সেৱা কৰি গ'ল আৰু দেশৰ সেৱাত উৎসৰ্গীকৃত প্ৰাণ সততে কৰ্ম্মৰতা আছিল। বাপুৰ জীৱনত বহুতো কাম দুৰ্ব্বোধ্য থাকিলেও "বাই" কিন্তু অতি নিষ্ঠাৰে সৈতে স্বামীক অনুসৰণ কৰিছিল—কেতিয়াও বিচলিত হোৱা নাছিল।

**শ্ৰীঅমৃতলাল ভি, ঠক্কৰ—** গান্ধীজীৰ প্ৰতি প্ৰেম আৰু জন্মভূমিৰ প্ৰতি নিস্বাৰ্থ সেৱাৰ বাবে কস্তুৰবাৰ নাম অমৰ হ'ল। ভাৰতৰ অন্যতম সতী হিচাবে তেখেত জগতৰ মাজত নাৰীত্বৰ পথপ্ৰদৰ্শক।

**আচাৰ্য্য চাৰ পি, চি, ৰায়—** বন্দীশালত কস্তুৰ-বাৰ মৃত্যু গবৰ্ণমেণ্টৰ পক্ষে কলঙ্কস্বৰূপ। মহাত্মাজীৰ শোকত সমগ্ৰ ভাৰতৰ দেশবাসীৰ অন্তৰ ব্যথিত হৈছে আৰু তেখেতৰ প্ৰতি সহানুভূতিসম্পন্ন হৈছে।

**ডাক্তৰ বি, চি, ৰায়—** বহু সুখ-দুঃখময় ঘটনাপূৰ্ণ জীৱনত গান্ধীজীৰ কাষত কস্তুৰবা চিৰকাল আছিল আৰু একানপতীয়াকৈ স্বামীক সেৱা কৰিছিল। বাতৰি পোৱা গৈছে যে সেই কস্তুৰবা আৰু ইহ জগতত নাই। গান্ধীজী ঈশ্বৰবিশ্বাসী। মোৰ বিশ্বাস তেখেতে এই দুখ ধীৰ-স্থিৰ আৰু শান্ত ভাবেই গ্ৰহণ কৰিব পাৰিব—কাৰণ এই ঘটনা ঈশ্বৰৰ অভিপ্ৰেত।

**ভিজিয়ানা গ্ৰামৰ মহাৰাণী সাহেবা কুমাৰী দেবী—**

ভাৰতৰ সৰ্ব্বশ্ৰেষ্ঠা মহিলা আৰু ইহ জগতত নাই।

যশোধাৰাৰ দৰে তেখেতে কেৱল স্বামীৰ আদেশ পালন কৰিবহে জানিছিল। বাপুৱে তাহানি মিৰাবেনলৈ কৰা এখন টেলিগ্ৰাম হৰিজন কাকতত প্ৰকাশ হোৱাত পঢ়া মনত পৰে। ২১ দিন অনশন ব্ৰত আৰম্ভ কৰি সেই বাতৰি কস্তুৰবালৈ পঠাওঁতে লিখিছিল—"তেওঁক কবা যে তেওঁৰ পিতাকে এনে এজন মানুহত তেওঁক বিয়া দিলে যাৰ বোজা পৃথিবীৰ যেই-সেই মাইকী মানুহৰ পক্ষেই অসহনীয়। মই তেওঁৰ প্ৰেম স্মৰণ কৰি আনন্দ পাইছোঁ। মোৰ তেখেতৰ লগত থকাৰ সৌভাগ্য হৈছিল। সেৱাগ্ৰামত যিমান দিন অছিলোঁ—সদায় তেখেত মোৰ "মা" আছিল। তেখেতৰ শোৱা কোঠাত ঘিঁউৰ বন্তি জ্বলোৱা মোৰ দৈনিক পবিত্ৰ কৰ্ত্তব্য আছিল। সেই প্ৰদীপ জগতবাসীৰ পক্ষে জ্ঞানৰ প্ৰদীপ স্বৰূপ। তেখেতৰ অজ্ঞাতে সেই প্ৰদীপৰ পোহৰত তেখেতৰ চাৰিও ফালে দিব্য জ্যোতি দৰ্শনৰ ভাগ্য মোৰ হৈছিল। এটা বতাহ সোমাব নোৱাৰা কোঠাত বন্তি জ্বলাই থলে যেনেকৈ সি নুমাই যায় সেইদৰে তেখেতেও মহাদেব দেশাই ভাইৰ মোক্ষ ধামলৈকে গতি কৰাৰ দৰে গতি কৰিলে ( বন্দীশালাৰ ৰুদ্ধঘৰৰ মাজত )।

শ্ৰী চি, ৰাজাগোপালাচাৰীয়া— 'বা'ৰ জন্ম বাণীৰ দৰে হবলৈ জগতৰ একা-বেকা আৰু কষ্টসাধ্য বাটেদি সেই পদ তেখেতে লাভ কৰিব পাৰিছিল। আমাৰ ( শ্ৰদ্ধানত ) মনোভাৱ ( Emotion ) জীৱন্ত সকলৈ বথাই ভাল। কাৰণ যি গ'ল তেওঁক তাৰ একো প্ৰয়োজন নাই—তেওঁৰ জীৱন

লীলা শেষ হ'ল। "বা" আৰু "মহাদেৱ"ৰ শান্তিত যেন কোনো ব্যাঘাত নজন্মে।

**সাধু টি, এল, ভাস্বানি ঃ**—ভাৰতীয় নাৰীত্বৰ আদৰ্শৰ অনুৰূপ কস্তুৰবাৰ জীৱন সৰলতাময় আৰু সেৱাপৰায়ণতাৰে ছবি মাথোন। তেখেত এতিয়া মৰজগতত নহলেও তেখেত অমৰ।

**মহাৰাজ কুমাৰ চাৰ বিজয়**— যোৱা ৰাতি যি আকস্মিক সংবাদ প্ৰচাৰিত হৈছে তাৰ ফলত এই দেশৰ সকলো সম্প্ৰদায়ৰ মানুহৰ মন শোকাচ্ছন্ন হৈ পৰিছে। গান্ধীজীৰ পত্নীক সকলোৱেই "বা" বুলি জানিছিল। সেৱাগ্ৰাম আশ্ৰমলৈ যেয়ে যেতিয়াই যাওক—সকলোকে কস্তুৰবাই নিজ হাতে সৎকাৰ কৰিছিল আৰু সকলো প্ৰকাৰৰ সুখ-সুবিধালৈ চকু দিছিল। তেওঁৰ বিয়োগত ভাৰতবৰ্ষই এগৰাকী মাতৃ হেৰুৱালে। ভগৱানৰ ওচৰত আহক আমি সকলোৱে প্ৰাৰ্থনা কৰোঁ যাতে আমাৰ সকলোৰে মাতৃস্থানীয়া আৰু মহাত্মাজীৰ ধৰ্ম্মপত্নী কস্তুৰবাৰ মৃত্যুত যি ক্ষতি হ'ল তাক বহন কৰিবলৈ শক্তি দিয়ে।

**ডক্তৰ এচ, এচ, আস্তাৰি**— (আজাদ মুস্লিম বোৰ্ডৰ সাধাৰণ সম্পাদক)—কস্তুৰবাৰ মৃত্যুত ভাৰতবাসী শোকমগ্ন; কিন্তু আমাৰ দৰে যি সকলৰ তেখেত সংস্পৰ্শলৈ আহিবলৈ সৌভাগ্য হৈছিল, তেনে সকলৰ পক্ষে নিজস্ব ক্ষতি হৈছে। মই তেখেতক যোৱা ২৫ বছৰৰ পৰাই জানোঁ।

তেখেতৰ পৰা মই মাতৃস্নেহ পাইছোঁ। গতিকে তেখেতৰ মৃত্যুত মই বৰ শোক পাইছোঁ। যি অৱস্থাত তেখেত ঢুকাল তালৈ চালে সেই শোকৰ মাত্ৰা বহুতো বাঢ়িছে। জীৱন-সঙ্গিনীৰূপে তেখেতে জগৎপূজ্য স্বামীৰ দুঃখ আৰু ত্যাগৰ অংশ গ্ৰহণ কৰিছিল। মই অতি ভক্তিৰে তেখেতৰ স্মৃতি-তৰ্পণ কৰোঁ আৰু মহাত্মা গান্ধীকো সমবেদনা জনাওঁ। সকলো বিষয়তে 'বা' আমাৰ মাতৃস্বৰূপা আছিল। গতিকে তেখেতৰ বিয়োগত শোক প্ৰকাশ কৰা হৈছে।

**মিঃ এম, ইউনাছ বাৰ-এট্-ল** [ বিহাৰৰ ভূতপূৰ্ব্ব প্ৰধান মন্ত্ৰী ] — কস্তুৰবা গান্ধীৰ মৃত্যুত ভাৰতে এগৰাকী মহীয়সী মহিলা হেৰুৱালে। দক্ষিণ আফ্ৰিকাৰ পৰা ভাৰতলৈ ঘূৰি অহাৰ পিচৰ পৰাই ৰাজনৈতিক আৰু সামাজিক ক্ষেত্ৰত তেখেতৰ প্ৰতিপত্তি দেশবাসীয়ে অনুভৱ কৰিছিল। জাতিৰ সেৱাত তেখেতে জীৱন উৎসৰ্গ কৰিছিল আৰু সুখ-দুখ সকলো অৱস্থাতে তেখেতে স্বামীক অনুসৰণ কৰিছিল। মহাত্মা গান্ধীৰ পক্ষে এয়ে সান্ত্বনা—যেতিয়া জানিব যে গোটেই দেশবাসীয়ে এই শোকৰ ভাগ লৈছে আৰু প্ৰতি হৃদয় কান্দি উঠিছে।

**মিঃ এস, এল, ব্ৰেলভি** — গান্ধীজীৰ উন্নত আত্মা পাৰ্থিব সাধাৰণ শোক বা আনন্দৰ অতীত আছিল। কিন্তু যিজন আজি সুদীৰ্ঘ ষাঠি বছৰ কাল, সুখে-দুখে আৰু তেখেতৰ

স্বাধীনতাৰ যুদ্ধত সহায়কাৰী আছিল, মহাদেৱ দেশাইৰ দৰে এজন অকৃত্রিম বন্ধুৰ বিয়োগৰ অলপদিন পিচতে, বিয়োগ হোৱাত গান্ধীজীও বিচলিত নহৈ নোৱাৰিছিল। ভাৰতীয় নাৰীত্বৰ চিৰপূজ্য গুণাৱলীবিলাক কস্তুৰবাত মহনীয় আৰু পবিত্রভাৱে প্রতিভাত হৈছিল। তেখেতৰ জীৱন সকলোৰে পক্ষে আদর্শস্থানীয় হৈ থাকিব।

**চাৰ এ, এইচ, গজনভী, এম্, এল্, এ—** এনে এটি মহতী জীৱনৰ বিয়োগত ভাৰতৰ ৰাজনীতিক্ষেত্রৰ এটা অপূৰণীয় ক্ষতি হ'ল। কস্তুৰবা তেখেতৰ স্বনামধন্য স্বামীৰ পক্ষেও প্রেৰণা আৰু সাহসৰ স্থল আছিল। গান্ধীজীৰ এনে শোকত আমাৰ সমবেদনা জ্ঞাপন কৰিছোঁ।

**শ্রী কে, এম, মুন্সী—** কস্তুৰবাৰ মৃত্যুত আমি বর্ত্তমান কালৰ এগৰাকী মহীয়সী মহিলাক হেৰুৱালোঁ। গান্ধীজীয়ে বীৰোচিত হৃদয়েৰে যি মহতী কার্য্য জীৱনৰ ব্রত বুলি গ্রহণ কৰিছিল, কস্তুৰবায়েও পুৰাকালৰ সীতা আৰু সাবিত্রীৰ দৰে একাগ্রপত্নীয়া পতিপৰায়ণাতাৰে স্বামীক অনুসৰণ কৰিছিল আৰু নিজকো তাত সমর্পণ কৰিছিল। মানুহৰ সাধ্যাতীত হিচাবে গান্ধীজীৰ মনোবল থাকিলেও এই মৃত্যু তেখেতৰ পক্ষে এটা প্রচণ্ড আঘাত। কস্তুৰবাৰ মৃত্যুত বহুতে নিজক মাতৃহাৰা বুলিয়েই অনুভৱ কৰিছে।

[ খ ]

বিদেশৰ পৰা যিবিলাক শ্ৰদ্ধাঞ্জলি প্ৰকাশিত হৈছিল ইয়াত তাৰে৷ গোটাদিয়েক কথা তুলি দিয়া হল ঃ—

বিলাতৰ পাৰ্লিয়ামেণ্টৰ সভ্যসকলৰ ভিতৰৰ পৰা মহাত্মা গান্ধীলৈ এইদৰে বাতৰি আহিছিল—

"বৃটিচ আৰু ভাৰতীয় 'ইণ্ডিয়া লীগ'ৰ সভ্য আৰু বন্ধু সকলে আপোনাৰ ক্ষতিত পূৰ্ণ সহানুভূতি জ্ঞাপন কৰিছে। আপোনোৰ দুখ বহুতে গভীৰভাৱে অনুভৱ কৰিছে।"

লণ্ডনত থকা ভাৰতীয় সকলৰ কংগ্ৰেছ কমিটিয়ে মহাত্মাজীলৈ তললত লিখা দৰে "কেৱল" কৰিছিল,—"ভাৰতীয় কংগ্ৰেছী সকলৰ কমিটীয়ে মহীয়সী ভাৰতীয় মহিলাৰ মৃত্যুত গভীৰ শোকপ্ৰকাশ কৰিছে। কস্তুৰবাৰ নীৰব উৎসৰ্গীকৃত জীৱনৰ আদৰ্শই যুগে যুগে নৰ-নাৰী সকলক সত্যপথত প্ৰেৰণা যোগাব। বন্দীশালত তেখেতৰ মৃত্যুৱে ভাৰতীয় ৰাজনৈতিক মুক্তি ওচৰ চপাই আনিলে।"

## আমেৰিকাৰ যুক্ত প্ৰদেশৰ কংগ্ৰেছ সভাৰ সভ্য—জন, এম, কফী—

কস্তুৰবাৰ মৃত্যুত ভাৰতীয় জাতীয়তাবাদ আন্দোলনৰ মূৰত গভীৰ আঘাত পৰিল। যদিও বা তেখেত সম্পূৰ্ণ উদাৰ বা পতিপৰায়ণা আছিল তথাপি স্বামীৰ কাৰ্য্যত সদায় যথেষ্ট সহায় কৰিছিল আৰু কাৰ্য্যকালত আনন্দ দিছিল।

**স্বৰাজ ভৱন, লণ্ডন—** কস্তুৰবা গান্ধীৰ মৃত্যুত শোকপ্ৰকাশ কৰিবলৈ তাত এখন ডাঙৰ সভা বহিছিল। সেই সভাত বহুতো ভাৰতীয় মানুহ, চীন, ব্ৰহ্মদেশ, আয়াৰলেণ্ড আৰু বৃটিচ আদি বিভিন্ন দেশৰ মানুহ উপস্থিত আছিল। সভাপতি আছিল ডাক্তৰ ডি, এন, দত্ত। তাত সৰ্ব্বসন্মতিক্ৰমে তলত লিখা প্ৰস্তাৱটি গৃহীত হৈছিল—"এই সভাই বন্দী অৱস্থাত কস্তুৰবা গান্ধীৰ মৃত্যুত গভীৰ শোক প্ৰকাশ কৰে আৰু আন্তৰিক সমবেদনা মহাত্মা গান্ধী, দেবদাস গান্ধী প্ৰভৃতিক জনায়। আমাৰ দৃঢ় বিশ্বাস যে যিসকলে আমাৰ মাতৃভূমিৰ স্বাধীনতাৰ কাৰণে যুদ্ধত লিপ্ত আছে, তেওঁবিলাকৰ পক্ষে কস্তুৰবা গান্ধীৰ মহান্ ত্যাগ আৰু নিস্বাৰ্থ সেৱাৰ পৰা জ্বলন্ত উদাহৰণ আৰু প্ৰেৰণা পাব।"

**মাঞ্চেষ্টাৰ গাৰ্ডিয়ান পত্ৰিকাৰ সম্বাদদাতা—**

বহু বিষয়ত কস্তুৰবা গান্ধীৰ স্বাধীন ব্যক্তিত্ব আছিল। তেখেতে বিবাহিত জীৱনৰ পৰা জানিব পাৰিছিল যে তেখেতৰ স্বামীৰ নীতিগত কৰ্ম্মৰ আৰু 'জীৱন-ব্ৰতৰ' প্ৰতি কেনে ঐকান্তিক নিষ্ঠা। সেইদেখি স্বামীক অনুসৰণ কৰাত তেখেত অগ্ৰদূত স্বৰূপ আছিল। কস্তুৰবাৰ বহুতো ভক্তই মৃত্যুত শোক কৰিলেও মুক্তিত আনন্দও পাব।

**আমেৰিকান ৰাতৰিকাকত, হিৰাল্ড ট্ৰিবিউন**

কস্তুৰবা স্বামীৰ অনুৰাগী আৰু ধৈৰ্য্যশীলা ৰমণী আছিল। গান্ধীজীৰ গৃহস্থালীত তেখেতেই কৰ্ত্ৰী আছিল। তেখেতে

স্বামীৰ মতবাদ অতি নিষ্ঠাৰে অনুসৰণ কৰিছিল আৰু তাৰ পৰাই লক্ষ লক্ষ ভাৰতীয় নাৰীৰ শ্ৰদ্ধা আকৰ্ষণ কৰিছিল। আন্দোলনবিলাকত তেখেতে সাতবাৰ কাৰাবৰণ কৰিছিল। স্বামীৰ কেইবাবাৰো অনশনত শুশ্ৰূষা কৰিছিল আৰু ভাৰতৰ স্বাধীনতাৰ আন্দোলনত যোগদান কৰিছিল।

**নিউইয়ৰ্ক টাইম্‌চ্‌—** বহুত সময়ত মহাত্মা গান্ধী যেতিয়া আন্দোলনৰ ফলত (স্বাধীনতা লাভৰ কাৰণে) জেইলত পৰিব লগাত পৰে, তেতিয়া কস্তুৰবা থাকিলে সেই ৰাজনৈতিক আন্দোলনৰ নেতৃত্ব গ্ৰহণ কৰিছিল যদিচ তেখেতৰ শাৰীৰিক বল নাছিল বুলিলেও হয়।

**(যুক্তপ্ৰদেশৰ কংগ্ৰেছৰ সভ্য) উইল্স ৰজাৰ্চ—**

কস্তুৰবাৰ মৃত্যুৰ বাতৰিত সমগ্ৰ আমেৰিকা স্তম্ভিত হোৱা দি ময়ো স্তম্ভিত হৈছোঁ। বহুদিনৰে পৰা আমি কস্তুৰবা গান্ধী আৰু তেওঁৰ স্বামীৰ কাৰ্য্যাৱলীবিলাক (ভাৰতৰ স্বাধীনতাৰ কাৰণে কৰা) সহানুভূতিৰ চকুৰে চাই আছোঁ। তেখেতৰ মৃত্যু অকল ভাৰতৰেই নহয় জগতৰেই ক্ষতিৰ কাৰণ।

**দক্ষিণ আফ্ৰিকা ভাৰবাদ—** কস্তুৰবা গান্ধীৰ মৃত্যুত শোক প্ৰকাশ কৰিবৰ কাৰণে 'নাটালবাসী ভাৰতীয় কংগ্ৰেছ' অনুষ্ঠানৰ যোগে এখন বিৰাট ৰাজহুৱা সভা বহিছিল। সভাপতি আছিল মিঃ গড্‌ক্ৰে। তেখেঁতে পুৰণি কথা স্মৰণ কৰি কৈছিল,—"মহাত্মা গান্ধীৰ লগত একেলগে কাম কৰিবৰ সৌভাগ্য মোৰ হৈছিল। তেখেতে যেতিয়া দক্ষিণ আফ্ৰিকাত

আন্দোলন আৰম্ভ কৰে তেতিয়া কস্তুৰবা গান্ধীয়ে সততে তেখেতৰ কাৰ্য্যত যথেষ্ট সহায়তা কৰিছিল। ১৯১৩ চনত যি স্মৰণীয় আন্দোলন হৈছিল তাত কস্তুৰবাই যি কষ্ট বৰণ কৰিছিল সেই কথা মোৰ মনত এতিয়াও নতুন হৈয়ে আছে। বৰেণ্য স্বামী আৰু বাইজৰ লগত তেখেতেও কাৰাজীৱন বৰণ কৰি লৈছিল।"

সভাত এটি প্ৰস্তাৱ গৃহীত হৈছিল। তাৰ মৰ্ম্ম এয়ে— "ভাৰতীয় সম্প্ৰদায়ৰ এই সভাই কস্তুৰবা গান্ধীৰ মৃত্যুত গভীৰ শোক প্ৰকাশ কৰে। মানৱ জাতিৰ কল্যাণৰ কাৰণে মহাত্মা গান্ধীৰ যি আন্দোলন, তাত কস্তুৰবা শক্তিৰ উৎস আছিল আৰু নিজেও অশেষ কষ্ট বৰণ কৰিছিল। ভাৰতৰ এই জাতীয় ক্ষতিত এই সভাই মহাত্মা গান্ধী আৰু তেখেতৰ পুত্ৰ সকললৈ সমবেদনা জ্ঞাপন কৰে।"

**জোহান্সবাৰ্গ—** কস্তুৰবাৰ মৃত্যুত ডাৰবান, মাৰিজ-বাৰ্গ আৰু জোহান্সবাৰ্গৰ ভাৰতীয় ব্যৱসায়ী সকলে বাতৰি পায়েই সেইদিনা দোকান বন্ধ কৰি হৰতাল পালন কৰিছিল। ঠায়ে ঠায়ে শ্ৰদ্ধাঞ্জলি আৰু তেখেতৰ ল'ৰাইতলৈ সমবেদনা জ্ঞাপন কৰিছিল। জোহেন্সবাৰ্গত যিখন ৰাজহুৱা সভা হৈছিল সেইখনৰ আহ্বানকাৰী আছিল ট্ৰান্সভালৰ ভাৰতীয় কংগ্ৰেছৰ পক্ষৰ লোক সকল। তাৰ সভাপতি আছিল মিঃ আই, চছলিয়া। তাত কস্তুৰবাৰ স্মৃতিৰক্ষাৰ বাবে প্ৰায় ৭০ হেজাৰ টকা তোলা স্থিৰ কৰিছিল। এখন কমিটী পাতি

মহাত্মাই ভাৰতীয় সকলক দান কৰি যোৱা ফিনিক্স উপনিবেশতে কস্তুৰবাৰ নামত এখন নাইকী মানুহৰ কাৰণে কলেজ পাতিবলৈ বা আন কোনো জনহিতকৰ কাম কৰিবলৈ ভাৰ দিয়া হয়।

**জাঞ্জিবাৰ**— ভাৰতীয় জাতীয় এচোচিয়েশ্যনৰ জৰীয়তে এখন ৰাজহুৱা সভা পাতি তাত এটা শোক-প্ৰস্তাব গ্ৰহণ কৰা হয়। তাৰ দ্বাৰা তাৰ অধিবাসী সকলে শ্ৰীমতী কস্তুৰবাৰ মৃত্যুত শোক প্ৰকাশ কৰে। সিবিলাকৰ মতে কস্তুৰবাৰ মৃত্যু ভাৰতীয় জাতিৰ পক্ষে ক্ষতিকৰ আৰু নাৰীত্বৰ গৌৰব তাৰ দ্বাৰা ম্লান হৈ পৰিছে।

**সিংহল** (লঙ্কাদ্বীপ)—সিংহলৰ ভাৰতীয় কংগ্ৰেছৰ সভাপতিয়ে মহাত্মা গান্ধীলৈ তলত লিখা বিজুলী বাতৰিটি পঠায়—"সিংহলবাসী ভাৰতীয় সকল আপোনাৰ শোকত ম্ৰিয়মাণ হৈছে। কস্তুৰবাৰ আত্মাই শান্তি লাভ কৰক।"

---

[ গ ]

# দেশীয় বাতৰি কাকতৰ শ্ৰদ্ধাঞ্জলি—

কস্তুৰবা গান্ধীৰ মৃত্যুত ভাৰতবৰ্ষৰ সকলোবিলাক কাকতত প্ৰবন্ধ প্ৰকাশিত হৈছিল। সকলো মতবাদৰ কাকতে এক-বাক্যে কস্তুৰবাৰ গুণ বৰ্ণনা কৰি শ্ৰদ্ধা নিবেদন কৰিছিল। সেই সকলোবিলাক কাকতৰ মতামত এনে ক্ষুদ্ৰ পুস্তিকাৰ অন্তৰ্ভুক্ত কৰা "ম'হতকৈ শিং চৰা" হোৱাৰ দৰে হোৱাৰ আশঙ্কা কৰি আমি দুই কি এখন কাকতৰ প্ৰবন্ধৰ টোকা উদাহৰণ স্বৰূপে ইয়াত তুলি দিলোঁ। জাতীয়তাবাদী কাকতৰ মতামত প্ৰকাশ কৰা বাহুল্য মাথোন।

ডন (নতুন দিল্লী মুছলীম লীগৰ মুখপত্ৰ)—কস্তুৰবাৰ জীৱন সবলতাপূৰ্ণ আছিল। সময়ে সময়ে তেখেতৰ স্বামীয়ে যেতিয়া আচৰিত ৰকমৰ কাৰ্য্যত ( সত্যাগ্ৰহ, আইন অমান্য আদি ) লিপ্ত থাকিছিল, তাক নিষ্ঠাৰে অনুসৰণ কৰা বা তাৰ বাধা-স্বৰূপ নোহোৱাই তেখেতৰ সাধনা আছিল। যেই কোনো মাইকী মানুহৰ পক্ষে তেখেতৰ স্বামীৰ, কেতিয়াবা শক্তিৰ জোখায় আকৌ কেতিয়াবা মৃত্যুপণ কৰি কৰা দীঘলীয়া অনশনত তত্ত্বাৱধান লৈ ওচৰত থকা, নিশ্চয় কষ্টদায়ক পৰীক্ষা। কিন্তু কস্তুৰবাই সকলো সহ্য কৰিছিল—তেওঁ যেন আত্মদানৰ এক মূৰ্ত্ত প্ৰতীক। চিকিৎসাৰ সুন্দৰ ব্যৱস্থা কৰাৰ ফলতো তেখেতৰ বয়সীয়া দুৰ্ব্বল দেহাই হৃদৰোগৰ আক্ৰমণ অতিক্ৰম

কৃৰি আৰোগ্য লাভ কৰিব নোৱাৰিলে। স্বামীৰ কাষত তেখেতে শেষ নিশ্বাস লবলৈ পোৱাটো ভগবানৰ আশীৰ্ব্বাদ বুলি গ্ৰহণ কৰিছিল। মিঃ গান্ধীৰ অন্তৰঙ্গ সকলৰ ভিতৰত মহাদেৱ দেশাইৰ মৃত্যু অশেষ ক্ষতিকৰ হৈছিল। তেওঁ সৰলতা আৰু পাণ্ডিত্যৰ কাৰণে ভাৰতৰ জনপ্ৰিয় লোক আছিল কাৰণে সেই মৃত্যুতো সকলোৱেই শোক অনুভৱ কৰিছিল। তাৰ পিচতে কস্তুৰবাৰ মৃত্যু অতিশয় শোকৰ কথা। এনে শোকত মিঃ গান্ধীৰ প্ৰতি আমাৰ সহানুভূতি জ্ঞাপন কৰোঁ।।

বোম্বাইৰ প্ৰকাশিত "ভাৰতীয় সমাজ সংস্কাৰ" নামৰ কাকতত "ৰেক্লুজ" বুলি তলত উপলুঙ্গা নাম দি এজনে লিখিছিল—

গান্ধীজীৰ প্ৰৱৰ্ত্তিত কৰ্ম্মপদ্ধতিত লাগি ( অৰ্থাৎ সত্যাগ্ৰহ ) যি অলপমানে ত্যাগস্বীকাৰ কৰে বা সেৱাভাবেৰে দেশৰ কাম কৰে, তেনে সকলো লোকৰে প্ৰতি কস্তুৰবা মাতৃ স্বৰূপা আছিল। তেখেতে দেখা মাত্ৰকে বা নাম শুনিয়েই সকলো দেশসেৱিকাকে জানিছিল বা চিনি পাইছিল। তেনে ধৰণৰ সেৱিকাও বহুতো আছিল।

সবৰমতী আশ্ৰমত আমি আলহী থাকোঁতে দেখা পাইছোঁ যে কস্তুৰবাই হাতেৰে আশ্ৰমৰ সামান্য কাম কৰি থাকিলেও সকলোৰে প্ৰতি আৰু সকলো কামৰে প্ৰতি সদায় আগ্ৰহেৰে দৃষ্টি ৰাখিছিল। মাইকী মানুহ স্বাভাৱিকতে অন্তদৃষ্টিসম্পন্না।

তেওঁবিলাকে অকল সমুখত থকা বস্তুৰেই নহয় বৰং তেওঁ-বিলাকৰ চাৰিওফালে কি হৈছে ক'ব পাৰে—যিবোৰ কথাৰ কোনো উমানকে মতা মানুহে নাপায়। কস্তুৰবাৰ এই শক্তি অত্যধিক পৰিমাণে আছিল। কস্তুৰবাৰ এনে শক্তিসম্পন্ন আগ্ৰহান্বিত চকু নথকাহেঁতেন আশ্ৰমজীৱন কেতিয়াবাই লোপ পালোহেঁতেন। আশ্ৰমত কেঘণ্টামান থাকিয়েই আমি এইটো স্পষ্ট অনুভৱ কৰিলোঁ।

মোৰ জীয়ৰীয়ে সূতাকটা শিকিবলৈ (যঁতৰত) এটা অনুষ্ঠান পাতিছিল। কস্তুৰবা লগত জানকীনাঈ বাজাজ আৰু ৰতনবেন মেহটাৰে সেই অনুষ্ঠান পৰিদৰ্শন কৰিবলৈ আহিল। যাবৰ সময়ত কস্তুৰবাই কৈ গ'ল—"ই এক ৰকম আশ্ৰমৰ দৰেই হৈছে।" মাতৃৰ সেই আশীৰ্ব্বচন আজিও স্মৰণ কৰি আনন্দ পাওঁ।

কস্তুৰবাৰ মৃত্যুৰ বাতৰি শুনি পোন প্ৰথমতে মই স্বস্তি অনুভৱ কৰিলোঁ। হৃদ্‌যন্ত্ৰৰ বিকাৰ হোৱা ৰোগীৰ যি কষ্ট মই দেখা পাইছোঁ, এনে দুখ দেখাও অতি বেদনাদায়ক। কস্তুৰবাৰ তেনে আক্ৰমণ কেমাহমানৰ ভিতৰতে কেইবাবাৰো হৈছিল। পিচত যি খবৰ প্ৰকাশিত হৈছিল তাত অৱস্থা শঙ্কটজনক বুলিয়েই ওলাইছিল। এতিয়া তেখেতে আৰু সেই কষ্ট ভোগ কৰিব নালাগিব। এয়ে তেখেতৰ পক্ষে শান্তি বা স্বস্তি।

তাৰপিচত মোৰ মনত পৰিল গান্ধীজীলৈ। কস্তুৰবাক

সহায় নোপোৱা হ'লে বহুঘটনাপূৰ্ণ জীৱনৰ সাফল্য গান্ধীজীয়ে দহভাগৰ এভাগো এতিয়াৰ দৰে নাপালেহেঁতেন। বহুতৰে পক্ষে এই কথা সত্য কিন্তু গান্ধীজীৰ পক্ষে ই বহুগুণে সত্য। বহু যশস্বী মানুহৰ জীৱনতো দেখা যায় যে তেওঁলোকৰ ঘৰুৱা জীৱন অশান্তি আৰু অসন্তোষেৰে ভৰা। যদিওবা সিবিলাকে ক্ষণস্থায়ী ৰাজনৈতিক ক্ষেত্ৰত কাম কৰিছিল— গান্ধীজীৰ প্ৰকৃত কৰ্ম্মক্ষেত্ৰ ৰাজনীতিত নহয়, যদিও তাৰ দ্বাৰা তেখেতৰ নাম-যশ চাৰিওফালে প্ৰচাৰিত হৈছে। তেখেতে ভাৰতীয় জীৱন ধাৰাৰ মৰ্ম্ম স্থলত স্পৰ্শ কৰি শ শ মানুহৰ জীৱনৰ গতি পৰিৱৰ্ত্তিত কৰি দিব পাৰিছে। কস্তুৰবা পিচফালে থাকি তেখেতক শক্তি নোজোগোৱা হ'লে সততে ইমানখিনি কৃতকাৰ্য্যতা গান্ধীজীয়ে কেতিয়াও লাভ কৰিব নোৱাৰিলে হেঁতেন।

ভাৰতৰ জাতীয় মহাসভা কংগ্ৰেছক সকলোৱে বৃহত্তম ৰাজনৈতিক অনুষ্ঠান বুলি স্বীকাৰ কৰে। এইটো বহুতে আনন্দেৰে সমৰ্থন কৰে, বহুতে আকৌ এনে কথাত বেজাৰ পায়, কোনোৱে হিংসাৰ চকুৰে চায় আৰু বহুতে ইয়াক খিয়াল কৰে। গান্ধীজীৰ ব্যক্তিত্ব এই কথাৰ গুৰিতে এটা ডাঙৰ উপাদান। ওপৰে ওপৰে চালে এনে যেন দেখি সঁচা কিন্তু কংগ্ৰেছে কিমানলৈকে পীড়িছে এই ভিতৰ কথা তেনে নহয়। যেই সেই আন্দোলনৰ স্থায়ীত্ব ভাত মাইকী মানুহৰ সহযোগিতাৰ অনুপাতেই হৈ থাকে। জাতীয় আন্দোলনত কংগ্ৰেছৰ

যি উচ্চ দৃঢ়তাসম্পন্ন স্থান হৈছে, তাৰ মূলতে ভাৰতীয় মহিলা-সকলৰ দৃঢ়তাৰে যোগদান। কংগ্ৰেছৰ পিচত থাকি মহিলা-সকলৰ আত্মদান প্ৰায়েই কস্তুৰবাৰ কাৰণে বুলি ক'ব পাৰি। কামাকটি নামে এগৰাকী বিখ্যাত মহিলা কৰ্ম্মীয়ে মোৰ দৃষ্টি আকৰ্ষণ কৰি কৈছিল যে তেখেতে সত্যাগ্ৰহত যোগ নিদিলেহেঁতেন—যদিহে গান্ধীজীৰ পিচত কস্তুৰবাক দেখা নাপালেহেঁতেন। শ' শ', হাজাৰ হাজাৰ আন মহিলায়ো এই মহিলাকৰ্ম্মীৰ দৰেই অনুভৱ কৰিছিল বুলি নিশ্চিতকৈ কব পাৰি।

মোৰ তৃতীয় ভাবটো আছিল যে গান্ধীজীয়ে এতিয়া আৰু বন্দীশালৰ পৰা মুক্ত হ'ব নোৱাৰিব। কস্তুৰবাৰ মুক্তিৰ কাৰণে যেতিয়া তেখেতে একো নকৰিলে নিজৰ নিমিত্তে আৰু একো নকৰিব।

চোচিয়েল ওৱেল ফেয়াৰ (বোম্বাই)—ধন-বস্তুৰ কথা তেখেতে নাজানিছিল। অৰ্থাৎ ধন বা ঐশ্বৰ্য্য তেখেতৰ নাছিল, কোনো আড়ম্বৰো তেখেতে কেতিয়াও দেখুৱা নাই। ক্ষমতাৰ সোৱাদ তেখেতে পোৱা নাই অৰ্থাৎ ক্ষমতা থাকিলেও ক'তো খটোৱা নাছিল, কৰ্তৃত্ব কেতিয়াও খটোৱা নাছিল। তথাপি কস্তুৰবাৰ জীৱন পৰিপূৰ্ণ জীৱন। স্নেহ তেখেতৰ ঐশ্বৰ্য্য, ত্যাগেই আছিল শক্তি বা ক্ষমতা আৰু কৰ্তৃত্ব আছিল প্ৰেম—সকলোকে আপোন কৰি লোৱাত। তেখেতে লিখা-পঢ়া নাজানিছিল; কিন্তু তথাপি তেখেতে সকলোকে কেনে

মহৎ শিক্ষা দিছিল ! লিখা-পঢ়া নজনাকৈ, কোনো ঐশ্বৰ্য্য, কোনো আড়ম্বৰ, কোনো ক্ষমতা নোহোৱাকৈ তেখেতে সকলোৰে পৰা এনে শ্ৰদ্ধা-ভক্তি আকৰ্ষণ কৰিছিল যাৰ বাবে ৰাণীয়েও খিয়াল কৰিব লগা। তেখেতৰ বিনয়, নম্ৰতা, স্নেহময়ী ভাব, অপৰিসীম ধৈৰ্য্য, ত্যাগ স্বীকাৰ কৰাৰ ক্ষমতা, প্ৰভৃতি গুণত ভাৰতীয় নাৰীত্বৰ, ফলত সকলোৰে মাজত মুকুটবিহীনা ৰাণী আছিল।

বন্দে মাতৰম্!

## অৰুণ

মাহেকীয়া শিশু আলোচনী। যোৱা বহাগ মাহৰপৰ প্ৰকাশিত হৈছে। ছাত্ৰ-ছাত্ৰীৰ কাৰণে বিশেষ উপযোগী বছোকীয়া বৰাঙ্গনী ৪॥০ মাথোন।

পোৱাৰ ঠাই, মেনেজাৰ, অৰুণ
তেজপুৰ।

## শ্ৰীশ্ৰীৰামকৃষ্ণ

ৰামকৃষ্ণ পৰমহংসদেৱৰ জীৱনকথা—সৰল ভাষাৰে লৰ ছোৱালীৰ পক্ষে সহজে বুজিব পৰাকৈ লিখা। বৰ্ত্তমান যুগত এনে জীৱন-কথা পাঠ কৰা সকলোৰে পক্ষে কৰ্ত্তব্য। দাম খনে ১৲ এটকা।

পোৱাৰ ঠাই
বি, আৰ, কলিতা এণ্ড কোং
তেজপুৰ।